A/P

: বিভিন্নসুৰী কবিতাৰ সংকলন :

# ঐক্যতান

আৰু

# কাণ্ডাৰী


প্ৰণেতা

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

তপোবন, উজানবজাৰ



প্ৰথম প্ৰকাশ

ডিচেম্বৰ—১৯৭৬ চন

জোনাকী প্ৰকাশ

গুৱাহাটী— ৮১০০১

AIKYATAN : A collection of poems on different themes by Prof. Atulchandra Hazarika, M.A., B.L., B.T., published with the financial aid by the Director of Public Instruction, Assam, Dispur.

প্ৰকাশক
শ্ৰীচিত্তৰঞ্জন পাঠক
(জোনাকী প্ৰকাশ, গুৱাহাটী -১)

প্ৰথম প্ৰকাশ
ডিচেম্বৰ, ১৯৭৬চন

মূল্য— ৭৲ টকা সাত ( উত্তম সংস্কৰণ )
৫৲ পাঁচ টকা ( সাধাৰণ সংস্কৰণ )

ছপা-কৰোঁতা
শ্ৰীৰাধাৰমণ বসাক
শ্ৰীকান্ত প্ৰেছ
৭৫ বৈঠকখানা ৰোড
কলিকতা-৯

# নিবেদন

ইতিপূৰ্বে প্ৰকাশিত কবিতাৰ পুথি কেইখনতে কবলগীয়া মোৰ মনৰ কথা কৈ অহা হৈছে। এই 'ঐক্যতান'ৰ কবিতাবোৰত বিভিন্ন ভাবৰ সমলয় শুনা যাব। সুখ-দুখ, হাঁহি-চকুলো, গধুৰ-পাতল নানা বিধৰ লহৰ আছে যদিও ঘাইকৈ ইয়াত দেশপ্ৰেমমূলক কবিতাই সৰহ। সেইবোৰৰ মাজতো আকৌ ১৫ আগষ্ট, ২৬ জানুৱাৰী আদি ৰাষ্ট্ৰীয় পবিত্ৰ উপলক্ষত ৰচিত কবিতাই আগঠাই লৈছে। এই কথা নিঃসন্দেহে সত্য যে জাতীয় সংহতি আৰু পৰম্পৰৰ মিলাপ্ৰীতিৰ ওপৰতে দেশৰ স্বাধীনতাৰ মূল ভেটি। এই ভেটিৰ ফাটে ফাটে গজালি মেলা দুষ্কৃতিৰ পুলি-পোখাবোৰ আলুৰে-কলাপুলিয়ে উভালি পেলাই সেই ঠাইত সংস্কৃতিৰ ফুল ফুলাব লাগিব। নানা ধৰ্ম, ভাষা, জাতি-উপজাতিৰে পৰিপূৰ্ণ আমাৰ দেশ বাৰবৰণীয়া সংস্কৃতিসমৃদ্ধ। একৰ মাজত বহু আৰু বহুৰ মাজত এক—এই দেশৰ বিশেষত্ব। এই বিশেষত্বৰ প্ৰতি লক্ষ্য ৰাখি 'ঐক্যতান'ৰ সৰহখিনি কবিতা ৰচিত হৈছিল। এই পুথিৰ পাছফালে সংযোগ কৰা 'কাহুঁদী'ৰ কবিতাবোৰেও পৰোক্ষভাবে একে-কথাকে সকীয়াব।

ইয়াৰ আগতে এই পুথিৰ মূল পাণ্ডুলিপিৰ পৰা সংহতিৰ ওপৰত মুগুত কৰা কেতবোৰ কবিতা বুটলি নি অসম সংহতি-পৰিষদৰ সচিব বন্ধুবৰ শ্ৰীঈশ্বৰপ্ৰসাদ চৌধুৰীয়ে ৰাইজৰ মাজত বিনামূলীয়াকৈ বিলাবলৈ 'ঐক্যতান'ৰ সৰু সংস্কৰণ এটা প্ৰকাশ কৰিছিল। পৰিষদৰ সজ উদ্দেশ্যত সঁহাৰি জনাই ময়ো বিনামূলীয়াকৈ সন্মতি দিছিলোঁ।

তাৰ পিছত এতিয়া অসম চৰকাৰৰ শিক্ষা-সঞ্চালকৰ পৰা অনুদান লাভ কৰি পূৰ্ণপয়োভৰা 'ঐক্যতান'ৰ সুৰ ৰাইজক শুনাবলৈ সমৰ্থ হৈছোঁ। সেই কাৰণে শলাগৰ বৰশৰাইখন আমাৰ শিক্ষা-বিভাগৰ পদূলিমুখতে ৰাখিলোঁ।

দৈনিক অসম, দৈনিক জনমভূমি, অসমীয়া, অসমবাণী, মহাজাতি, গণতন্ত্ৰ, অসমবাইজ আৰু নানা স্মৃতিগ্ৰন্থই ইয়াৰ আগতে এই কবিতা-

বোৰৰ সোৱাদ লবলৈ পাঠকক সুযোগ দিছিল। সম্পাদকসকলো মোৰ অশেষ ধন্যবাদৰ পাত্র। বেটুপাতত কিতাপৰ নামটো বাজানাৰে ধুনীয়াকৈ লিখি দিয়াৰ বাবে ভাস্কৰ শ্রীযুগল দাসবো শলাগ লৈছো।

চমুকৈ এয়ে মোৰ ৰাইজলৈ সবিনয় নিবেদন।

তপোবন
গুৱাহাটী ১
২৫।১২।৭৬

বিনীত
শ্রীঅতুলচন্দ্র হাজৰিকা

: অর্পণ :

আন্তৰিক শ্রদ্ধা-ভক্তিৰে

বাগ্মীবৰ শ্রীনীলমণি ফুকন

ডাঙৰীয়ালৈ

সিজনাৰ শতবার্ষিকী উপলক্ষে

আগভীয়া মাননি-শৰাই

# সূচীপত্ৰ

: কাহ্'নী :



# ঐক্যতান

ৰূপহ চিকোণ পূৰ্ণিমাৰ জোন
হাঁহি হাঁহি নাচি নাচি,
বিলায় ধৰাক ৰূপালী জোনাক
শীতল সুৰভি যাচি।

ধনী-গৰীবৰ ভেদ-বিভেদৰ
তফাৎ আঁতৰি ৰয়,
পৰ্বত-ভৈয়াম নাই খাল-বাম
তুনীয়া ধুনীয়া হয়।

একে আকাশৰ একে বতাহৰ
সমভাগী সকলোটি,
একেখন ঘৰ নোহে ভিন-পৰ
অখণ্ড জীৱন-জ্যোতি।

ঈদৰ জোনত ৰাসৰ জোনত
আছে মৃতসঞ্জীৱনী,
সত্য সুন্দৰৰ সমান স্নেহৰ
বিশ্বৰ সকলো প্ৰাণী।

মানৱ ধৰ্মৰ কীৰ্তন-ঘৰত
সবাৰে সমান ভাগ,
অসমীয়া জাতি লোৱা মাথোঁ মানি
শঙ্কৰৰ সাম্যবাদ।

থলুৱা পমুৱা যেয়েকি নোহোৱা
যত জনজাতি ভাই,
যেয়ে যতে আছা বোলা সমস্বৰে
অসমী আমাৰ আই।

বেদ-বেদান্তৰ কোৰাণ-কীৰ্তনৰ
বাইবেলৰ মহাবাণী—
কৰমে ধৰম ধৰমে মৰম
মানিলেই হয় জ্ঞানী।

শান্তি-সম্প্ৰীতিৰ প্ৰেম-ভকতিৰ
ব'লে মন্দাকিনী ধাৰ,
ধূলিৰ ধৰাতে বৈকুণ্ঠ, বেহেস্ত
খৃষ্ট-'কৃষ্ট' একাকাৰ।

খোদা ভগৱান নাই ব্যৱধান
এক ৰূপ, ভিন্ন নাম,
কাশী-হৰিদ্বাৰ মক্কা-মদিনাৰ
ঐক্যতান অবিৰাম।

———

# মানৱ ধৰ্ম

এজন বিশ্বৰ পিতা বিষ্ণু, আল্লা, গড্
সিজনাৰে জ্যোতি যিচু, কৃষ্ণ, মহম্মদ।
তাৰে মাথোঁ নামান্তৰ চৈতন্য, শঙ্কৰ
নানক গৌতম বুদ্ধ, জিন তীৰ্থঙ্কৰ।

এজনক ভাবিলেই আনজন পায়
আচলতে ব্যৱধান কাৰো একো নাই।
পট-ঘট-প্ৰতিমাত নিমিলে স্বৰূপ,
প্ৰতীক বুলিহে তাক জানিবা ধ্ৰুপ।
হিয়াৰ মাজতে গঢ়ি পূত পৰিবেশ,
স্থাপন কৰিবা তাত মহেশ গণেশ।
দুৰ্গা, লক্ষ্মী, সৰস্বতী আংশিক বিকাশ,
সত্য শিৱ সুন্দৰৰ সৌন্দৰ্য্য প্ৰকাশ।

হব পাৰে বাহিৰত দাৰুময় কাঠ,
অন্তৰৰ ভিতৰত সেয়ে জগন্নাথ।
নেলাগে বিচাৰি যাব সাক্ষীগোপালক
পঞ্চসাক্ষী আছে বহি, বিবেক ৰক্ষক।

বাহিৰৰ ছুৱা ছুৱা ভেদ ব্যৱধান

অন্তৰ পবিত্ৰ হলে হয় অৱসান।
লোৱা সাৰোগত কৰি সেৱা মানৱৰ,
সেয়েই জানিবা মৰ্ম মানৱ-ধৰ্মৰ।

———

# মোৰ দেশ ঃ মোৰ গাঁও

এইখন মোৰ দেশ অতিকে আপোন,
এইখন মোৰ গাঁও তাৰেই দাপোণ।
মনোহৰশালি জহা মাণিকিমধুৰী,
ৰিব ৰিব, মলয়াৰ আনন্দ লহৰী।
পথাৰে পথাৰে যাৰ সোণোৱালী ধান
ভঁৰালে ভঁৰালে যাৰ লখিমীৰ থান।
ঘৰে ঘৰে বোৱনীৰ খট খট তাঁত,
কণ কণ মইনাৰ মউমিঠা মাত।
শিঙৰি-শেলুক ভৰা গাঁৱৰ পুখুৰী,
বিলত পদুম-ভেট ৰূপৰ কুঁৱৰী।
জাকি মাৰে জাকে জাকে জাকৈয়া ছোৱালী,
ৰসৱতী বিহুৱতী শেৱালী নেৱালী।
নামঘৰ মছজিদ বকুল তলত,
গঞা-জ্ঞাতি থাকোঁ আমি পৰম সুখত।
ভাওনা-সবাহ বিহু ঈদ বৰদিন,
বাজি উঠে ঐক্যতান হৰষৰ বীণ।
শঙ্কৰ সমাজ-গুৰু, ৰাইজেই ৰজা,
বতাহত উৰি থাকে তিনিৰঙা ধ্বজা।
কৰ্মদেৱতাক পূজি লওঁ আহাঁ বৰ,
নতুন যুগৰ আমি হওঁ হলধৰ।
দেশৰ লখিমী থাকে গাঁৱত সোমাই,
গাঁও নেথাকিলে দেশ নেথাকে জীয়াই।
ভূমিকন্যা লখিমীক কৰোঁ আহাঁ তুষ্ট,
তেতিয়াহে গাঁওখনি হব হৃষ্টপুষ্ট।

———

# মাতৃমুখ দৰ্শন

( ১ )

প্ৰতি দিনে আমি জনমভূমিৰ
প্ৰফুল্ল বদন চাই,
কৰিম সাৰ্থক জীৱন আমাৰ
বন্দনা-ভটিমা গাই।

( ২ )

জনমৰ ভূমি মৰমী অসমী
আমাৰ হাৰলী আই,
এনেখন দেশ এনেজনা মাতৃ
আৰু পাবলৈ নাই।

( ৩ )

অৰুণাচলৰ বেলিটোৰ দৰে
তপ্ত সুবৰ্ণৰ কান্তি,
সেৱিলে চৰণ পলায় মৰণ
মিলে শান্তি, গুচে ভ্ৰান্তি।

( ৪ )

নিতউ এবেলি উঠিব উজ্বলি
নতুন দিনৰ সূৰ্য্য,
ভাষা-সাহিত্যৰ দেউলত বহি
বজাম বিজয় তূৰ্য্য।

( ৫ )

ভোগদৈ আহিছে ভোগজৰা আনিছে
দেশবৈৰী হুচিয়াৰ—
চিপজৰী ছিঙি মণিৰামে দিলে
বঙালক মাধমাৰ।

( ৬ )

জয়ৰ তিলক পিন্ধি জয়মতী
আগত দিছেহি থিয়,
স্বৰ্গতো অধিক চেনেহী মাতৃক
নুপূজি থাকিম কিয় ?

( ৭ )

শক্তিৰ, ভক্তিৰ কামাখ্যা কবচ
শৰাইঘাটৰ মন্ত্ৰ,
শঙ্কৰী ধৰম ভাস্কৰী কৰম
আছে কামৰূপী তন্ত্ৰ।

( ৮ )

কমতা বেহাৰ এডালি সূতাৰ
গাঁথিম মুকুতাহাৰ,
জাতি উপজাতি সবাৰে সংস্কৃতি
কৰি লম সমাহাৰ।

( ৯ )

ধনো যে নেলাগে সোণো যে নেলাগে
লাগে ভকতিৰ ধূপ,
শ্যামজেউতীয়া মনমোহনীয়া
মাতৃমূৰ্তি অপৰূপ।

( ১০ )

নিতউ এবেলি দিম পুষ্পাঞ্জলি
পূজিম জনমভূমি,
জনমভূমিৰ সুখত হাঁহিম
দুখত কান্দিম আমি। *

---

* 'দৈনিক জনমভূমিৰ' জন্ম উপলক্ষে, ৪।৬।৭২

# লৰালি দিনৰ কথা

লৰালি কালৰ সোণালী দিনৰ
সঁচা সঁচা সাধুকথা,
পৰিলে মনত আজৰি পৰত
আজিও যে মিঠা মিঠা।
দেউতাই দিছিল নতুন কাপোৰ
আইতাই পাহ-ভাত,
হাঁহিছিলো মই মিচিকমাচাক
থুনুকথানাক মাত।
তাইবাই খেল নিচুকনি মেল
ভীম আৰু হনুমান,
সাধু সাধু সাধু কঠালৰ বাড়ু
লৰালিৰ জলপান।
ফুলকোঁৱৰৰ পখিৰাজ ঘোঁৰাত
ময়ো মাৰিছিলো উৰা,
দেখিলোঁ শুৱনি মালিনীৰ ফুলনি
চকু চাট মাৰি ধৰা।
চিলনীৰ জীয়েক নিমাতী কইনা
সাধুৰ মইনাবোৰ,
ৰমকজমক বিজুলী চমক
খেলৰ লগৰী মোৰ।

* *

আহিনে হাঁহিলে শেৱালি ফুলিলে
লাগিছিল পূজা পূজা,
টেলেকা অসুৰ ভেলেকা সিংহটো
হাঁহো হাঁহো দশভুজা।

পূজাৰ খোলাত চাইছিলো যাত্ৰা,
দেওধনী-ওজাপালি,
উগ্ৰতাৰা আৰু কামাখ্যাত হৈছিল
মহিষৰ বৰবলি।

নাছিল তেতিয়া ফোপোলা বেলুন
আছিল ভে-পো-পো পেঁপা,
পদ্ম পণ্ডিতৰ লতাশিলত
চলিছিল কাণটিপা।

ঢুলীয়া আছিল কালীয়া আছিল
আতচ্ বাজিৰ খেলা,
কাছাৰীঘাটৰ বিজয়া দশমী
ৰংৰূপহৰ মেলা।

* *

আইতাৰ লগত তুলসীৰ তলত
পাতিছিলো কাতিবিহু,
আমি ধৰোঁ নাম ধেনু ধৰে ৰাম
চৰি ফুৰে মৃগপহু।

গোটেই মাহটো আকাশবন্তি
জ্বলিছিল আকাশীতৰা,
তাকে চাই আমি উলাহৰ মাদলী
অকণি ছোৱালী-ল'ৰা।

* *

ভোগালী বিহুত ভেলাঘৰ সাজি
খাইছিলো দলভাত,
মহ খেদিছিলো জাৰ খেদিছিলো
টোপনি পলাই ফাট।



খৰিচোৰ আৰু তাড়িচোৰবোৰৰ
ঘিটঘিটনি শুনি,
পিঠাচোৰবোৰে ভাল পাইছিল
লগৰীয়া আছে জানি।

দোকমোকালিতে দপ দপ কৰি
জ্বলিছিল বুঢ়া মেজী,
ভোগালী বিহুৰ ভোগৰ বাটিটো
কোনে হৰি নিলে আজি ?

* *

ৰঙালী বিহুত গৰুৱে পাইছিল
নপঘাৰ ৰাজমান,
আমি পাইছিলো ফুলাম গামোচা
আইতাৰ বিহুৱান।

চোতালত হুচৰি পথাৰত গগণা
বাজিছিল পেঁপা-ঢোল,
বাৰীত জেতুকী ঢাপত কেতেকী
গোন্ধত আমোলমোল।

গোসাঁই যেতিয়া দেউলত উঠে
লাগিছিল দলদোপ,
ফাঁকু খেলিছিলো ৰং সানিছিলো
হৈছিল হনুমন্ত ৰূপ।

* *

গেন্ধাইমালতী খোপা বান্ধিছিল
আই সৰস্বতীক চাই,
হাঁহৰ পিঠিত আহিছিল দেৱী
সুললিত বীণা বাই।

নাছিল তেতিয়া কাণ ঘোলা কৰা
হিন্দী চিনেমাৰ গান,
মাইক্‌বাদিনীৰ পূজাৰীজনৰো
আজি কণ্ঠাগত প্ৰাণ।
উঠিছিল দেৱী মানুহৰ কান্ধত
ফুৰিছিল চহৰ চাই,
আমি গাইছিলো "তৃথীয়া দুৱাৰে
আহাঁ বীণাপাণি আই।"

* *

অতীতৰ কথা সপোনেৰে গঁথা
ভাবিলেও লাগে ভাল,
সোণালী দেশৰ ভোগালী দিনৰ
সোণাময় লৰাকাল।
আকাশত মৌ বতাহত মৌ
মাটিয়ে-পানীয়ে মৌ,
লৰালিৰ মোৰ মধুময় দিন
আৰু আহিবৰ নৌ।

———

# কিয় ?

(১)

উৰহীৰ ওৰ বিচাৰি
অকণিৰ নাহে টোপনি,
এইটো কিয় ? সেইটো কিয় ?
কিয়বোৰে দিয়ে তাক আমনি।

(২)

সি বিচাৰে জানিব কাৰণ
ককাবোৰ কিয় নহয় নাতি,
ফেঁচাৰ কিয় টেলেকা চকু,
বাদুলী কিয় ওলায় ৰাতি।

(৩)

পুৱাতে কিয় ওলায় বেলি
ৰাতি হলে যায়নো কেনি ?
হিমালয় কিয় পৰ্বতৰ ৰজা
গোলাপ কিয় ফুলৰ ৰাণী ?

(৪)

সি বিচাৰে জানিব কাৰণ
আকাশৰ কিয় নীলা বৰণ ?
তৰাবোৰ কিয় নপৰে সৰি
ৰামধেনুৰ কিয় থিতাতে মৰণ ?

(৫)

দিনত কিয় নাই তৰাবোৰ
হাতীপটিত কিহৰ মেল ?
জোনৰ কোলাত শহাটো কিয়
আমগছত কিয় নেলাগে বেল ?

( ৬ )

সি বিচাৰে জানিব কাৰণ
গছৰ পৰা কিয় হয় গুটি ?
গুটিৰ পৰা কিয় পুনু গছ,
দেওবাৰে কিয় স্কুল খটি ?

( ৭ )

গছ-গছনিয়ে কিয় মঠ জোৰে
একে ঠাইতেই গজালখুটি ?
পানীত কিয় ওপঙে পুনি
উদ্ভিদ ওলায় পাতাল ফুটি ?

( ৮ )

সি বিচাৰে জানিব কাৰণ
কাজিৰঙাত কিয় ব'গা হাতী নাই ?
ৰাৰণৰ কিয় দহোটা মূৰ
কোনখন মুখেৰে তেওঁ ভাত খায় ?

( ৯ )

জিনবোৰ বোলে বতাহী জীৱ
আমি সিহঁতক নেদেখো কিয় ?
আইভাই দেখা যখিনীজনীয়ে
পোহৰত কিয় নিদিয়ে থিয় ?

( ১০ )

বহুত কিয়ৰ উত্তৰ আছে
অলপ ভাবিলে বিচাৰি পায়,
ঠেকেৰাৰ ফুল, শিয়ালৰ শিং
বহুত কিয়ৰ উত্তৰ নাই । *

---

* জুমুখিটো এটা ইংৰাজী কবিতাৰ ।

# সেউজী

( ১ )

পুৰণি গছত ডেকাধ্বনি গাত
কোমল সেউজী পাত,
চকু জুৰ পৰে কাণ সুত লাগে
কোকিল-কাকলি তাত ।

( ২ )

তাহানি এদিন মোকো মুহিছিল
সেউজী সপোনবোৰে,
জীৱন-বসন্ত এবাৰতে অন্ত
আজিও মনত পৰে ।

( ৩ )

দেখিলোঁ বহুত ৰূপ-আকলুৱা
চাকিৰ কাষত চগা,
কিশোৰ জীৱন অতি বিতোপন
সেউজী সেউজী লগা ।

( ৪ )

মনৰ মাজত ৰাখিলে সদায়
সেই সেউজীয়াবোৰ,
বাজিয়ে থাকিব কাণৰ কাষত
মোহন বাঁহীৰ সুৰ ।

( ৫ )

সেন্দূৰীয়া বাট বহু জালিগাঁত
খুপি খুপি দিলে ভৰি,
নহয় পতন যতনে ৰতন
আগবাঢ়ি যাব পাৰি ।

---

# কন্যা-বিদায়

( ১ )

জীৱন-মৰণ বিয়া
মানুহৰ পূৰ্ব নিবন্ধন,
হৰ্ষ আৰু বিষাদৰ
বিবাহত শুভ সম্মিলন।

( ২ )

শকুন্তলা যাত্ৰা কৰে
কান্দি কান্দি পতিগৃহলই,
সমন্ধৰ কুশ ছিঙি
পিতৃ কণ্ব দিয়ে যাবলই।

( ৩ )

যুগে যুগে, ঘৰে ঘৰে
আজিও যে সেই অভিনয়,
কামদেৱে ৰামধেনু
ৰচে হাঁহি-চকুপানী লই।

( ৪ )

আছিলা ইমান দিনে
এঘৰৰ আলোলোৱা জীয়া,
যাবা আজি আইদেউ
দেউতাৰে পাতি দিছে বিয়া।

( ৫ )

মাৰাই লগত দিছে
যৌতুকত এটা সৰু পেৰা,
ভাই-ভনী সকলোৰে
তাতে আছে মৰম সঁফুৰা।



( ৬ )

গুৰুজনে পাঁজী চাই
মনে-চিতে মিলা যেন পাই,
বিষ্ণুৰূপী বৰ আনি
সঁপি দিছে তুমি লক্ষ্মী আই।

( ৭ )

হিয়াই বিচাৰে যাক
হয়তো আজি পাইছা তাক,
নহলেও মানি লবা
মৰমৰ লগৰীজনাক।

( ৮ )

পূৰ্ব জনমৰ কথা
জন্ম-জন্মান্তৰে গঁথা,
খালা যাৰ তিল-মাহ
হয় যেন সেয়ে পুনু মিঠা।

( ৯ )

চিনাকি চিনাকি লগা
যদিওবা আজি অচিনাকি,
মধুময় পৰিণয়
জীৱন-যৌবন নহয় ফাঁকি।

( ১০ )

চকুলোৰে ধোৱা বাট
খুপি খুপি দিবা তাত ভৰি,
মৰম-আশিসবোৰে
লৈ যাব আলফুল কৰি।

( ১১ )

উপহাৰ আশীৰ্বাদ
জীৱনৰ শুভ লগনত,

হোৱাগৈ গৃহলক্ষ্মী
অচিনাকি নতুন ঘৰত।

( ১২ )

আছিলা ইমান দিনে
বাপেকীৰ ডেউকাৰ ছাঁত,
দেখা নাই সেই বাবে
জীৱনৰ খলাবমা বাট।

( ১৩ )

সেই বাবে সাজু হোৱা
আজিয়েই কালিৰ কাৰণে,
পতি-পত্নী এক হবা
সুখে-দুখে, জীৱনে-মৰণে।

( ১৪ )

প্ৰজাপতি দিছে বৰ
অৰুন্ধতী সেন্দূৰ শিৰত
বিদায়-বেলাত ফুলে
শতদল মিলন তীৰ্থত।

( ১৫ )

সুভদ্ৰাৰ দৰে হৈ
জীৱনৰ সঙ্গিনী পাৰ্থৰ,
তুলি লোৱা বাঘজৰী
হোৱা তুমি সাৰথি ৰথৰ।

( ১৬ )

সাক্ষী হ'ল হোম অগ্নি
বেদমন্ত্ৰে বান্ধি দুটি প্ৰাণ,
আগবাঢ়া লগেভাগে
জীৱনৰ গাই জয়গান। *

* আত্মীয়ৰ ছোৱালী এটীৰ বিয়া উপলক্ষে

# চকুলো

কুমলীয়া ভাস্কৰ চৌধুৰী আছিল কামৰূপ জিলাৰ সোণাপুৰৰ (গান্ধী নগৰ) শিক্ষক শ্ৰীপ্ৰতাপ চৌধুৰীৰ জ্যেষ্ঠপুত্ৰ। এই প্ৰতিভাশালী লৰাটিৰ অকাল মৃত্যু হয় ২৬।১০।৭৪ মহানবমীৰ দিনা। এই কবিতাটো পুত্ৰশোক-জৰ্জৰিত পিতৃলৈ এটুপি সমবেদনাৰ চকুলো।

( ১ )

দেখা নাই যদিও তোমাক
শুনিছো পিতাৰে কোৱা,
সোণাপুৰৰ সোণৰ চেকুৰা
থিতাতে নোহোৱা হোৱা।

'প্ৰতাপ'ৰ প্ৰথম-সন্তান
নামে-কামে আছিলা প্ৰখৰ,
পাতনিতে জীৱন-নাটৰ
প্ৰতিভাৰ ৰাখিলা স্বাক্ষৰ।

'ভাস্কৰ' তোমাৰ নাম
কোৱাচোন কিনো বিৰাগত
অস্তাচল নৌ পাওঁতেই
মাৰ গ'লা উদয়াচলত?

হবা বুলি মধ্যাহ্ন ভাস্কৰ
সকলোৱে কৰিছিল আশ,
অধিবাস-বাহৰতে হ'ল
মৰ্মভেদী ৰাম-বনবাস।

আহিছিলা বাট ভুল কৰি
দুদিনতে মুহিলা সবাক,
পিতৃ-মাতৃ, ভাতৃ-ভগিনীয়ে
নোপোৱাই পালে যে তোমাক।
মিলিজুলি সকলোৰে স'তে
থাকোঁতেই উমলিজামলি,
শমনৰ আহিল ছমন
নিকৰুণ কালৰ কিৰৌলি।

আচম্বিতে মাগিলা বিদায়
বান্ধিচাটি টোপোলাটুপলি,
বুৰ দিলা কাল-সাগৰত
'প্ৰতাপ'ৰ সোণৰ পুতলী।

হাঁহি হাঁহি গুচি গ'লা তুমি
কান্দি মৰে বংশ-পৰিয়াল,
চোতালৰ দুবৰি বনত
সৰগৰ মুকুতা হেৰাল।

গোসাঁনীৰ মহানৱমীৰ
মিলিছিল পূজাৰ লগন,
তেনে এটি পৱিত্ৰ দিনতে
তুমি সোণ, মুদিলা নয়ন।

জন্ম-মৃত্যু বিধি নিবন্ধন
কোনে পাৰে কৰিব বাৰণ—
'প্ৰতাপ'ৰ ক্ষুদ্ৰ সংসাৰত
হিয়াভেদী পুত্ৰ-বিসৰ্জন।



( ২ )

পুতলাই হাঁহিছে-মাতিছে
পুতলাই পাতিছে সংসাৰ,
পুতলাই দিছে কত ভাও
ছায়াবাজী খেলাত ব্ৰহ্মাৰ।

মায়াৰ পুতলাবোৰ
কোনো কাৰো নহয় আপোন,
তথাপি যে অবুজন নৰে
ৰচে কত সুখৰ সপোন!

দুদিনীয়া জগতখনকে
ভাবি লয় যুগমীয়া ঠাই;
এনেকুৱা আহিলে দুৰ্য্যোগ
তেতিয়াহে চকু মেল খায়।

চিৰদিন নাথাকে কোনেও
এইখন আলহী-ঘৰত,
আত্মা মিলে পৰম আত্মাত
ওপৰৰ সোণালী দেশত।

পুত্ৰ মৰে পিতৃৰ কোলাত
নিয়মৰ হয় ব্যতিক্ৰম,
এনেবোৰ নিপাতনে সিদ্ধ
নিয়তিৰ বিধান নিৰ্মম।

এইদৰে তাহানি এদিন
সপ্তৰথী হ'ল ধাবমান,
নোৱাৰিলে ৰাখিব ভাগিন
অসহায় কৃষ্ণ ভগৱান।

পুত্ৰশোক অতিকে দাৰুণ
একমাত্ৰ পিতৃ-মাতৃ জানে,
বিপদত ধৈৰ্য্যই আহুদী
জ্ঞানীলোকে এই কথা মানে।

'প্ৰতাপ'ৰ শোকৰ বেলাত
সান্তনাৰ ভাষা মোৰ নাই,
শান্তিপানী দিব ছটিয়াই
বিপদৰ নিদান গীতাই।

গীতামৃত পান কৰিলেহে
মায়া-মোহ হব নাইকিয়া,
মৃতকেও লভিব তৃপিতি
মুক্ত আত্মা মুক্তিমতলীয়া।

নাই য'ত দুখৰ কাৰণ
অমৃতৰ বিৰাজে শাসন,
বৈকুণ্ঠত জিলিকে ভাস্কৰ
লাভ কৰি অমৰ জীৱন।

———

# জননী

(১)

দেখিলোঁ তোমাক জীৱন-পুৱাত
তুমি মোৰ চেনেহী জননী,
নাচিবাগি হাঁহি কোলাত তোমাৰ
কৰিছিলো কিমান আমনি।

ডালিমগুটীয়া দাঁত উলিয়াই
মাতি নিতে অমাতৰ মাত,
ভাবিছিলো মই ৰূপহী ধৰাত
দুখ-কষ্ট নাই একো তাত।

(২)

দেখিলোঁ পুনৰ ভৰদুপৰীয়া
একেভাবে আছিলা কাষত,
তেতিয়া যে মই সংসাৰী চিন্তাত
মতলীয়া আপোন ভাবত।

তোমাৰ মৰম চেনেহৰ ধাৰ
অবিৰাম অযাচিতে পালোঁ,
নতুন সঙ্গীৰে মোহন ভঙ্গীৰে
নাও মেলি ভটীয়াই গলোঁ।

( ৩ )

দেখা পালোঁ পুনু আবেলি পৰত
জীৱনৰ সন্ধিয়া তোমাৰ,
মহাবিচ্ছেদৰ যৱনিকা টানি
বাজে শঙ্খ কাল-দেৱতাৰ।

চাই ল'লা তুমি সজল নয়নে
শেষবাৰ পুত্ৰক তোমাৰ,
নেজানিলো একো তাৰ পিছে কিনো
সিপাৰত আলো নে আন্ধাৰ।

( ৪ )

আজীৱনে মই ৰলোঁ ঋণী হই
জননীৰ অপাৰ মহিমা,
দেখি নেদেখিলোঁ চিনি নিচিনিলো
করুণাৰ জীৱন্ত প্ৰতিমা।

আগে নেজানিলো এবেসে জানিলো
তুমি মাতৃ নিত্যবৰ্তমান,
স্বৰ্গতো অধিক জন্মভূমি বুলি
গাওঁ মই তোমাৰেই গান ॥

———

# বৈদিকা

## বিশ্ববৰা

বিশ্ববৰা নাম মোৰ অগ্নিগোত্ৰসম্ভূতা,
উষাকালে অগ্নিদেৱ উপাস্য দেৱতা।
শুনা হে দেৱতা অগ্নি, প্ৰণমো তোমাক
চিৰকালে তুমি যেন নেৰিবা আমাক।
সাগ্নিকৰ লগে লগে থাকিবা সদায়
সাধিবা কল্যাণ তুমি অশুভ গুচাই।
অমৃতৰ ওপৰত দেৱ হুতাশন,
নিজৰ প্ৰভুত্ব তুমি কৰিবা স্থাপন।
কৃপা কৰা অগ্নিদেৱ, সুপ্ৰসন্ন হোৱা
বৈৰীক বিনাশ কৰা, ঐশ্বৰ্য্য বঢ়োৱা।
তোমাৰ সম্পদ-তেজ তাতোকে' বাঢ়ক
শুচি শুভ্ৰ শিখা তযু উজ্বলি উঠক।
কৰক প্ৰেমক স্পৰ্শ প্ৰভাৱত তাৰ,
হক প্ৰেম আৰু বেছি গভীৰ প্ৰগাঢ়।
প্ৰাণনাথ অগ্নি তুমি বিতৰা আশিস,
চিৰদিন পতি-পত্নী লভক হৱিষ।
অভেদ আত্মাৰ হক মধুৰ বন্ধন,
অগ্নিদেৱ, কৰো সেৱ চৰণবন্দন।

## সূৰ্য্যা

মোৰ নাম সূৰ্য্যা—শুনা মোৰ নিবেদন
ইন্দ্ৰ আদি আকাশৰ যত দেৱগণ!
কৃপা কৰি তোমালোক থাকিবা সদয়,
আমাসাৰ পথ যেন বাধাহীন হয়।

সহজ সৰল পথ বিঘিনি গুচাই
সৌভাগ্য-পদুম ফুল ৰাখিবা ফুলাই।
বিবাহৰ বাবে কৰি কন্যা অন্বেষণ
সহচৰগণে যেন কৰে পদার্পণ।
বিঘিনিবিহীন পথ সেয়েহে কামনা
শুনাহে দেৱতাবৃন্দ, সূৰ্য্যাৰ প্ৰাৰ্থনা।

ঘোষা

পিতা মোৰ কক্ষীবান ঘোষা নাম যাৰ
প্ৰণমো ভক্তিৰে মই অশ্বিনীকুমাৰ।
তোমাসাৰ দয়াতেই দেৱতাযুগল
ভাগ্যৱতী ঘোষা মই, লভিছোঁ কুশল।
আশীৰ্বাদ কৰা দেৱ, তযু গুণ গাই
উপযুক্ত পতিলাভ কৰক ঘোষাই।
প্ৰচুৰ আশিসবৃষ্টি আকাশৰ পৰা
তোলক শিৰত মোৰ সেই ভাবী দৰা।
অশ্বিনীকুমাৰদ্বয় হৈ অনুকূল
ঘোষাৰ পতিৰ শত্ৰু কৰক নিৰ্ম্মূল।
বিজয়ী পতিৰ সহ অনন্ত যৌবন
কৰক ঘোষাই লাভ সুখৰ জীৱন।
সন্তানৰ প্ৰতি যেন সুশিক্ষা পিতাৰ
তেনেভাবে দিয়া শিক্ষা গুচোৱা আন্ধাৰ
জ্ঞাতি-বন্ধু কোনো নাই অনিত্য অসাৰ
তোমালোক দুয়োজন সৰ্বস্ব আমাৰ।
দেখুৱা স্বৰ্গীয় জ্যোতি পোহৰেৰে বাট
ভক্তিৰে দেৱতাদ্বয় কৰোঁ প্ৰণিপাত।

যমী

শুনা হে প্ৰাৰ্থনা দেৱ, মোৰ নাম যমী,
প্ৰেতলোক অধিপতি ধৰ্ম্মৰাজ তুমি।



যিসকল মহাবীৰ বিজয়ী ৰণত
আত্মাহুতি দিয়ে যেয়ে পবিত্ৰ কামত ;
তপস্যাত ৰত হই আছে যিসকল
তপস্যাতে কালক্ষয় কৰিছে কেৱল ;
যাৰ তপস্যাত তুষ্ট সূৰ্য্য দেৱতাই
উদয়-অস্তৰ বিধি মানিছে সদায় ;
সিসবৰ কাষলৈ কৰা হে গমন
মহৎ মহান তুমি দেৱতা শমন।
আশীৰ্বাদ কৰা তুমি সিসব আত্মাই
কৰক সদগতি লাভ যেন মুক্তি পাই।

শচী

শুনা হে দেৱতাবৃন্দ, মোৰ নাম শচী
জনাও প্ৰাৰ্থনা মই চকুপানী মচি।
মোৰ দৰে কোনো নাৰী নহক দুখুনী,
কোনো অভাগিনী যেন নেখাটে সতিনী।
নজ্বলাবা অন্তৰত মৰ্মভেদী চিতা,
সতিনীৰ জ্বালা কাকো নিদিবা দেৱতা।

ৰোমশা

মোৰ নাম ৰোমশা অতি দীনহীনা
স্বামীয়ে কুৰূপা বুলি কৰিছিল ঘৃণা।
দোষ নাই বুলি মোৰ বুজিছে স্বামীয়ে
হব পাবোঁ লোমাবৃতা স্ৰজিছে বিধিয়ে।
তথাপিতো নাৰী মই পূৰ্ণ অবয়ব,
মোৰো আছে জগতত সাৰ্থকতা কিবা।
বাঞ্ছিৰৰ ৰূপ চাই যেন কোনো পতি
সতী সাধ্বী তিৰোতাক নকৰে দুৰ্গতি। *

———

* বেদৰ শ্লোকৰ অসমীয়া ভাবান্তৰ। আৱাহন'ত প্ৰকাশিত।

# যুগশিখা

( ১ )

মই জ্যোতিশিখা প্ৰাগজ্যোতিষৰ,
কামাখ্যা বৰদা নীল পৰ্বতৰ।
নাচি নাচি মই শকতি বিলাওঁ,
কলা-সংস্কৃতিৰ জেউতি চৰাওঁ।

( ২ )

মই জ্ঞান-শিখা সন্ধ্যা অচলৰ,
এটা সৰু তৰা নীল আকাশৰ।
ঋষি বশিষ্ঠক কৰিলোঁ বৰণ,
তিনি গিৰিবালা ধুৱালে চৰণ।

( ৩ )

মই পুণ্যশিখা অৰুণাচলৰ
জিলিকি উঠিল কুণ্ডিলা নগৰ।
আনে বেদনিধি দেৱ যদুপতি,
ভকতি অৰ্ঘ্যৰে জনালো প্ৰণতি।

( ৪ )

মই দীপশিখা লৌহিত্য তীৰৰ,
এটি সৰু বস্তি মহাভাৰতৰ।
ভগদত্তসুতা মই ভানুমতী,
মোৰ ৰূপমুগ্ধ কৌৰব নৃপতি।

( ৫ )

মই কামশিখা হেড়ম্বপুৰৰ,
ৰাক্ষসী-ক্ষুধাত লুব্ধ বৃকোদৰ।
কাম-সিন্ধু হৈয়ো কৰিলোঁ মন্থন,
ভাৰত-যুদ্ধত দিলোঁ পুত্ৰধন।



( ৬ )

মই ৰূপশিখা শোণিতপুৰৰ,
আহে আগবাঢ়ি দ্বাৰকাকোঁৱৰ।
পৰে মৈৰাধ্বজ জ্বলে অগ্নিগড়,
কৰে কোলাকুলি মিলি হৰি-হৰ।

( ৭ )

মই যাদুশিখা ভৈৰবী-তীৰ্থৰ,
হৰণলুকীত মুগ্ধ দেৱ-নৰ।
আঁচলত মোৰ পূৰ্ণিমাৰ জোন,
দ্বাদশী নিশাৰ সপোনৰ সোণ।

( ৮ )

মই দিব্যশিখা চম্পকপুৰৰ
ময়ে হেমতাল চান্দো সাওদৰ।
নৃত্যৰ ছন্দত অমৃত লহৰী,
হয় পৰাভূতা দেৱী বিষহৰি।

( ৯ )

মই জয়শিখা সৌমাৰপুৰৰ
বাগৰে লহৰ জয়সাগৰৰ।
যিমানে যাতনা, সিমানে পুলক,
জেৰেঙাই দিলে জয়ৰ তিলক।

( ১০ )

সৰ্বসিদ্ধিদাত্ৰী মই কামৰূপা,
জ্ঞানৰ গায়ত্ৰী মই জ্যোতিদীপা।
ময়ে শক্তিৰূপা, ময়ে ভক্তিৰূপা
শিখাৰ শলিতা মাথোঁ মোৰ কৃপা।

---

# তাপস

তাপস তোমাৰ চিৰ উচ্চ শিৰ
কিহৰ ভয়—
তুমি জ্যোতিষ্মান হাতত জ্ঞানৰ
আঁৰিয়া লৈ।

পলাব তিমিৰ গুলাব মিহিৰ
আন্ধাৰ ৰাতি,
তুমি যে ব্ৰাহ্মণ বিদ্যাভৰনত
গায়ত্ৰী মাতি।

বাল্মীকি-বনৰ ঋষিৰ কণ্ঠ
উদাত্ত ধ্বনি,
শুনি ধন্য হবা বেদ-বেদান্তৰ
অমৰ বাণী।

কৰিবা মন্থন জ্ঞান-বিজ্ঞানৰ
অতল সিন্ধু,
নিজ কৃপাগুণে বিলাব বাণীয়ে
অমৃতবিন্দু।

এলান্ধুকলীয়া মনৰ মামৰ
কন্টক-পথ,
ভাঙি গুৰি কৰি চলাবা তুমিয়ে
জ্ঞানৰ ৰথ!



নতুন দিনৰ বিদ্যুৎপ্ৰভাই
নাচিব তাত,
ভেদ-বিভেদৰ যৱনিকাপাত
উজ্জ্বল বাট।

তোমাৰ শিষ্য জিনিব বিশ্ব
সেয়েই শান্তি,
তুমিয়ে তাপস অযুত হিয়াত
জ্বলাবা বন্তি।

যদিও লক্ষ্মীয়ে হানিব ভ্ৰূকুটি
তোমাক চাই,
পুণ্য তপোবন গৈৰিক বসন
তুলনা নাই।

শ্ৰীৰামচন্দ্ৰৰ, কৃষ্ণ, অৰ্জুনৰ
তুমিয়ে গুৰু,
ত্যাগৰ গৰিমা, সত্যৰ মহিমা
নহয় সৰু।

ব'লা আগবাঢ়ি জ্ঞানৰ পূজাৰী
নকৰি শঙ্কা,
বজাই ডঙ্কা, দম্ভ-হিংসাৰ
জিনিবা লঙ্কা।

———

# পৰম জ্ঞান

ব্ৰহ্মপুৰা ব্ৰাহ্মণৰ দেখি গঙ্গাস্নান,
বুদ্ধদাসী পুন্নিকাৰ কৌতূহলী প্ৰাণ।
সুধিলে বিনয় কৰি কিনো অথন্তৰ
এবুকু পানীত দেউ, কঁপা থৰথৰ ?
মোৰ আছে প্ৰভুপত্নী যাৰ বাবে মই
পানীত নামিছো আহি কাঁহী-বাটি লই।
পুহৰ ঠেৰেঙা জাৰ কৰি আওকাণ,
কাৰ ভয়ে তুমি বাৰু হোৱা কম্পমান ?
উত্তৰিলে দ্বিজবৰে পুন্নিকাক চাই—
"লভো পুণ্য স্নান কৰি, পাপ উটি যায়।"
কথা শুনি পুন্নিকাই বুলিলে আকৌ
"তোমালৈ বাপুদেউ জন্মিছে পুতৌ।
কোন সেই গোটগৰু ভাবিছে যিজন
শৰীৰ তিয়ালে হয় পাপ বিমোচন ?
ভেকুলী-শামুক কাছ শিহু-ঘৰিয়াল
যত আছে জলচৰ বংশ-পৰিয়াল,
দিনে-ৰাত্ৰি যিসবৰ পানীতেই স্থান
গঙ্গাজল বিনে যাৰ গতি নাই আন,
তুমি মোক কোৱা কথা যদি সঁচা হয়
লগেভাগে সকলোটি যাব স্বৰ্গলই !
চোৰ-দস্যু হত্যাকাৰী ঘাটক কচাই
যদি সবে এনেভাবে শৰীৰ তিয়ায়
নিমিষতে ভাৰন্তৰ পাপ অবগাহি
হব সেই সকলোটি স্বৰ্গৰ আলহী।
পাপ-পুণ্য একেলগে থাকে দুটি ভাই,
পাপ গলে পুণ্য কিয় লগত নাযায় ?



যি পাপত ভীত হই কৰি গঙ্গাস্নান,
ঠেটুৱা জাৰত তুমি হ'লা ম্ৰিয়মান,
নবঢ়াবা সেই পাপ হৈ আত্মঘাটী,
এইদৰে অনৰ্থক দেহৰ দুৰ্গতি।'
পুন্নিকাৰ যুক্তি শুনি বিপ্ৰৰ নন্দন
লভিলে পৰম জ্ঞান বুলিলে বচন—
"দেখুৱালি সাধুপথ জ্ঞান হ'ল মোৰ,
দিলোঁ তোক এই মোৰ স্নানৰ কাপোৰ।"
নম্ৰভাবে পুন্নিকাই বুলিলে বিপ্ৰক
"তোমাৰ বস্ত্ৰৰ মোৰ নাই আৱশ্যক।
সঁচাকৈয়ে যদি তুমি হৈছা কাতৰ
থাকিবা পাপৰ পৰা সদায় আঁতৰ।
প্ৰকাশ্যে গোপনে একো নকৰিবা পাপ,
নহলে নিশ্চয় তাৰ পাবা মনস্তাপ।
পাপ কৰি কদাচিতো, নোৱাৰা সাৰিব,
স্নান কৰিলেও পাপ নোৱাৰা গুচাব।
প্ৰকৃততে যদি পাপ অপ্ৰিয় তোমাৰ
অনুতাপদগ্ধ মনে কৰে হাহাকাৰ,
তেন্তে ই বচন মোৰ শুনা হে ব্ৰাহ্মণ,
ততালিকে লোৱা তুমি বুদ্ধত শৰণ।
বুদ্ধ-ধৰ্ম-সংঘ আৰু শীল অনুষ্ঠান
যদিহে আদৰি লোৱা পাবা পৰিত্ৰাণ।
সংসাৰৰ দুখ-কষ্ট হব অৱসান
সুখ পাবা, শান্তি পাবা, লভিবা নিৰ্বাণ।" *

* পালি কবিতাৰ ভাবানুবাদ।

# বুদ্ধ-বন্দনা

ঃ বুদ্ধমাতা মহাপ্রজাপতি গৌতমীৰ উক্তি ঃ

নমো নমো নৰোত্তম মহাপ্ৰভু বুদ্ধ ভগৱান !
লভি যাৰ কৃপাদান হ'ল মোৰ দুখ পৰিত্ৰাণ।
মোৰ দৰে বহুজনে লভি যাৰ করুণাৰ ধাৰা,
পাৰ হ'ল সহজতে দুখেভৰা সংসাৰৰ পৰা ;
বুজি পালে সৰ্বদুখ কামনা কাৰণ অৱদান,
চিনি পালোঁ অষ্টমাৰ্গ, আজি মই লভিলোঁ নিৰ্বাণ।
পুত্ৰ, ভ্ৰাতা, পিতা, মাতা পিতামহীৰূপে ঘৰে ঘৰে
সত্য ধৰ্ম নাজানিহে বিচৰিলোঁ জন্ম-জন্মান্তৰে।
বুদ্ধৰ সেৱিকা মই, বুদ্ধমাতা মহাপ্ৰজাপতি,
দেখা পালোঁ ভগৱান, ধন্য হ'ল নয়নৰ জ্যোতি।
সেই মহাপুণ্যফলে সংসাৰৰ ছিঙিলো বন্ধন,
নাই আৰু পুনৰ্জন্ম, এয়ে মোৰ অন্তিম জীৱন।
দৃঢ় পৰাক্ৰমে চোৱা সাধুভাৱে শিষ্য যতজনা
বিচৰিছে সংসাৰত—এয়ে মোৰ বুদ্ধৰ বন্দনা।
জগতৰ বহুতৰ সাধিবলে' অশেষ কল্যাণ—
দয়ামতী মায়া দেৱী গৌতমক দিলে জন্মদান।
শোক-দৈন্য, জৰা-ব্যাধি, মৃত্যুভয় গুচালে আমাৰ,
ভগৱান বুদ্ধদেৱ অহিংসাৰ পূৰ্ণ অৱতাৰ।

* মূল পালি কৱিতাৰ পৰা অনূদিত।

# সনাতনী

পুৰণি আচাৰ, পুৰণি বিচাৰ
পুৰণি পন্থাৰ আশ্ৰয় লৈ,
নতুন যুগৰ শঙ্খনিনাদ
থাকিবা কিদৰে নুশুনাকৈ ?
কথাই কথাই শাস্ত্ৰৰ দোহাই
শাস্ত্ৰৰ মৰ্ম বুজাই নাই,
নপঢ়ি-নুশুনি পণ্ডিতালি কৰা
দিন আৰু নাই সমূলি ভাই।
ঢিমিকঢামাক যদিও পোহৰ
আন্ধাৰে দেশ ৰাখিছে ঢাকি,
যুক্তিয়ে বিচাৰে মুক্তিৰ বাট
আজিৰ জগতে নেমানে ফাঁকি।
ব্ৰাহ্মণৰ মাথোঁ শাস্ত্ৰ অধিকাৰ
অৰ্থহীন কথা মানিব কিয়—
আজি ভাৰতত আছে নে ব্ৰাহ্মণ
বিশ্বজগতৰ বন্দনীয় ?
ধনেই হৈছে ধৰমৰ মূল
ধনৰ বলত সকলো হয়,
দীনদুখীয়াৰ থিতাতে মৰণ
অলপতে পাৱ পিচলাৰ ভয়।
এয়ে আজি হায় শাস্ত্ৰৰ মহিমা
ধন আৰ্জনৰ বুদ্ধিহে সাৰ,
মূৰ্খ যদিও বিপ্ৰৰ নন্দন
বৈতৰণীৰ কৰ্ণধাৰ।

কৰ-বৰঙণি গোটায় গোসাঁয়ে
চিন্তে কদাচিৎ শিষ্যৰ হিত,
ভেমৰ সত্ৰত প্ৰেমৰ অভাৱ
চিত এৰি হায় বিচাৰে বিত।
লোভীয়ে বিচাৰে ব্ৰাহ্মণ হবলৈ
ত্যাগৰ মন্ত্ৰ পাহৰি গৈ,
ভীৰুৱে সাজিছে ক্ষত্ৰ মহাবীৰ
যজ্ঞ-উপবীত কান্ধত লৈ।
পাটীৰ তিৰোতা বিজাতিয়ে নিয়ে
বলেৰে সোমাই ঘৰৰ পৰা,
ক্ষত্ৰিয়সকলে ভাগ্যক ধিয়াই
ৰই থাকে হৈ জীৱন্তে মৰা।
বিধৰ্মীক বেচি বিধবা জীয়াৰী
যি জাতি ৰাখে নিজৰ জাত,
কোনে বোলে তাক আৰ্য্য-বংশধৰ
নহৱ মূৰত কিয় বজ্ৰপাত?
গাতে লাগি থকা পাহাৰীবিলাক
অনাদি কালৰ আমাৰ ভাই,
কাৰ আহুদিত আন ধৰ্ম লৈ
আমাৰ পৰাই আঁতৰি যায়?
হিন্দু-সমাজৰ কিয় বহু জনে
নোৱাৰি সহিব যাতনা-ভাৰ,
সনাতন ধৰ্ম দিছে বিসৰ্জন
চাইছা নে ভাবি কাৰণ তাৰ?
উদাৰ ধৰম কিয় ঠেক হ'ল
নাই যে মৰম দয়াৰ লেশ—



অলপতে হায় কিয় জাতি যায়
এয়ে নে শ্ৰীকৃষ্ণ-বুদ্ধৰ দেশ?
ছুৱা যোৱা নীতি সাৱোগত কৰি
কপালত ফোঁট, নামাৱলী গাত,
তীৰ্থ শ্ৰীক্ষেত্ৰৰ দুৱাৰ জপাই
দেৱতাৰো তুমি ৰুধিছা বাট।
তুমি সনাতনী, মিছা ভেম জুৰি
আপোনজনকে কৰিছা পৰ,
নিজৰ ভেটিতে তিতালাও গজাই
মৃত্যুৰ মুখলৈ মাৰিছা লৰ।
নতুন যুগৰ বাজে শিঙা-শঙ্খ
সত্যযুগ আজি চাপিছে কায,
সত্যৰ পূজাৰী তিমিৰ বিদাৰি
কলিৰ কলুষ কৰিছে নাশ।
প্ৰভু জগন্নাথ উঠিছে ৰথত
ভয়ৰ কাৰণ অলপো নাই,
বহু শতাব্দীৰ কালিমা-গ্লানি
ভ্ৰান্তি-অশান্তি আঁতৰি যায়।
মানুহক ঘিণায় কিদৰে মানুহে
নিজলৈ বিচাৰে স্বৰ্গত ঠাই,
নৰকেই হয় স্বৰ্গৰ সমান
থাকিলে সহস্ৰ পতিত ভাই।
মিছা অহঙ্কাৰ, মিছা অভিমান
মিছা আভৰণ নলবা গাত,
সত্যৰ সাৰথি, ত্যাগৰ গাণ্ডীৱ
জ্ঞানৰ পোহৰে উজ্জ্বল বাট।

কপটতা এৰি উদাৰতা ধৰি
আহাঁ আগবাঢ়ি আনন্দ কৰি,
মানুহেই দেৱ, কৰা সৱে সেৱ
শূন্য মণিকূট ৰ'ল যে পৰি।
নকৰিবা ভয় সনাতনী তুমি
ই দেশ তোমাৰ পুণ্যস্থান,
থাকিব সদায় সনাতন ধৰ্ম
বিধিৰ বিপাকে যদিও ম্লান।
কাণ পাতি শুনা, মহামানৱৰ
মহামিলনৰ জয়গান,
কোৱা শতকণ্ঠে, গোৱা সমস্বৰে
জীৱনৰ সঙ্কল্প প্ৰধান ঃ
ন ত্বং কাময়ে ৰাজ্যং, ন স্বৰ্গং, ন পুনৰ্ভবন্।
কাময়েৎ দুখতপ্তানাং, প্ৰাণিনামাৰ্তনাশনম্ ॥ *

---

* কলিকতীয়া 'আৱাহন'ত প্ৰকাশিত, ২।৪।২৮

# অস্পৃশ্য

মই অস্পৃশ্য, মই ঘৃণ্য
মই অতি দীনহীন,
উচ্চৰ ভৰিত তুচ্ছ হৈ
পৰি আছোঁ চিৰদিন ॥

নহয় নিজৰ দোষ
তথাপি লোকৰ ৰোষ
হীনৰ ঘৰত জন্ম
নাই আন একো ভুল,
সেযে মোৰ মহাপাপ
হানে তাৰে শতহুল।

সমাজত নাই স্থান
য'তে ত'তে অপমান
বিচাৰৰ নামত অবিচাৰ
ভাগ্যত মিলে মোৰ,
মোৰ ওপৰতে উঠিছে মাথোঁ
অপৰাধবোৰৰ হোৰ।

সনাতন ধৰ্ম সংকীৰ্ণ
ভায়ে ভায়ে কৰে বিদীৰ্ণ
বেদ-পুৰাণৰ উদাৰ বচন
লুকাই থাকিল ক'ত ?
পৰাচিতৰ বিধিখন মাথোঁ
আছে মোৰ সমুখত।

দেৱতাও হয় ছুৱা
ভাগ্যই মোৰ এনেকুৱা
নিজকে নিজেই ভাবি আছোঁ মই
হীন চিৰঅৱনত,
ইদৰেই বাৰু যাব নে জীৱন
হেঁচাঠেলা গছকত ?

বিশ্বৰ গঞ্জনা লৈ
সৃষ্টিৰ অভিশপ্ত হৈ
জনম লভিলোঁ মই
অশুভ ক্ষণত অতি,
কিবা দোষ মোৰ গাত
কিয় বাৰু লটিঘটি ?

কিন্তু আজি কোনে মোক
নিচুকাই শত শোক
কৈছেহি সমুখত—
উঠ তই মূৰ দাঙি,
বহু যুগৰ বাধাৰ হেঙাৰ
দিব লাগে আজি ভাঙি ॥

অন্ধকাৰ হয় লীন
আহিছে উজ্জ্বল দিন
ভক্ত গুহকক শ্ৰীৰামচন্দ্ৰই
বুকুত সাৱটি লয়,
কাল-অভিশাপ পাহৰি মানুহে
গাইছে নিজৰ জয় ॥



ভয়ৰ কাৰণ নাই
লব লাগে নিজ ঠাই
শ্ৰীকৃষ্ণে শুনায় গীতাৰ বাণী
মহামানৱীয় তন্ত্ৰ,
গাৰো, ভোট, যবনে লয়
শ্ৰীমন্ত শঙ্কৰৰ মন্ত্ৰ ॥

উজলি উঠিছে বুদ্ধ
অহিংসাৰ মূৰ্তি শুদ্ধ
শ্ৰীগৌৰাঙ্গৰ প্ৰেম আজি
জগাই-মাধায়ে পালে,
মৰুৰ বুকুত স্বৰ্গৰ মুকুট
দেৱপাৰিজাত ফুলে ॥

আজি জাগিছে মাতৃ
আজি জাগিছে ভ্ৰাতৃ
ৰণত বীৰেন্দ্ৰ নৰনাৰায়ণে
চলায় বিজয়-ৰথ,
সতী সাবিত্ৰীয়ে আপোন দীপ্তিৰে
ৰুধিছে যমৰ পথ ॥

মহামানৱ মহাত্মাই
মানৱ-বন্দনা গায়।
জাগ, জাগ আজি নৰনাৰায়ণ
ভাই-ভনী ভাৰতৰ,
নেবাছিবি, উচ্চ-নীচ, সৰু-বৰ,,
নকৰিবি ভিন-পৰ ॥

সুপ্ত দেৱতা উঠিছে জাগি
মহামানৱ বেশেৰে সাজি
প্ৰতি পদূলিত কৰিছে বিৰাজ
বন্ধ মন্দিৰৰ মুক্ত ভগৱান,
হৰিজন মই হৰিৰ ভকত
লভি নৱবল হলোঁ শক্তিমান ॥

বাহুত বিপুল শক্তি
হিয়াত প্ৰগাঢ় ভক্তি
অন্তৰে অন্তৰে জাগে নাৰায়ণ
মই নহওঁ নিঃকিন,
শতাব্দীসঞ্চিত ক্লেদ-ধূলি-বালি
নিজে নিজে হয় লীন ॥

ভাঙিছিঙি গুৰি কৰি
যাম মই আগবাঢ়ি
ক্ষত্ৰিয় বিশ্বামিত্ৰ ভাগ্য গুৰি কৰি
চেষ্টাবলে ব্ৰাহ্মণ হয়,
ধীবৰনন্দিনী হস্তিনাৰ ৰাণী,
মোৰনো কিহৰ ভয় ?

সমাজে মানিছে ঘাটি
আজি মাথোঁ এটা জাতি
দ্বিজ চণ্ডীদাসে ৰামী ধুবুনীক
দিলে হৃদয়ত স্থান,
সবাৰো উপৰি মানুহ সত্য
লভি এই দিব্যজ্ঞান।



নাই আজি প্ৰৱঞ্চনা
ঘিণ লগা আবৰ্জনা
শম্বুকে পালে যজ্ঞ অধিকাৰ
নিজ যোগ্যতাৰ মান,
একলব্যে পালে আঙুলি ঘূৰাই
আচাৰ্য্য দ্ৰোণৰ দান ॥

ৰাৱণে পূজিছে আজি
ৰাম-সীতা মূৰ্তি সাজি
বীৰ মেঘনাদে কৰে সিংহনাদ
কুম্ভকৰ্ণ উঠিছে শুই,
ঘৰবিভীষণে সোণৰ লঙ্কাত
নোৱাৰে জ্বলাব জুই।

পাৰ্থ, ভীম, যুধিষ্ঠিৰ
ভকতিপ্ৰণত শিৰ
সুতপুত্ৰ কৰ্ণবীৰ
পঞ্চপাণ্ডৱৰ জ্যেষ্ঠ,
নোহে আৰু উপেক্ষিত
হ'ল জগতৰ শ্ৰেষ্ঠ ॥

আজি মই ললোঁ মানি
শাস্ত্ৰৰ এষাৰ বাণী :
সুতো বা সুতোপুত্ৰো বা
যো বা কো বা ভবাম্যহং
দৈবায়ত্ত কুলে জন্ম
মমায়ত্তং হি পৌৰুষম্ ॥

মূৰ তুলিময়ো উঠোঁ যদি
ভাঙিম পৰ্বত, ৰুধিম নদী
আজি ভালকৰি পাইছোঁ বিচাৰি
ক'ত নিয়তিৰ ছিদ্ৰ,
হব পাৰোঁ শূদ্ৰ, কিয় হম ক্ষুদ্ৰ
মই ৰুদ্ৰ, মহাৰুদ্ৰ ॥

জাগে আজি ৰুদ্ধ প্ৰাণ
বতাহত বজ্ৰগান।
ধুমুহাৰ দৰে ভীমবেগে আহি
প্লাৱনৰ দৰে হাঁহি,
মহাপ্ৰলয়ৰ তাণ্ডৱ নাচৰ
বজাম ধ্বংসৰ বাঁহী ॥

কৰিম নতুন সৃষ্টি
হব পাৰিজাত-বৃষ্টি
জাতি-অজাতিৰ শত ব্যৱধান
কৰিম তাত ব্যৰ্থ,
শ্ৰীক্ষেত্ৰৰ দৰে সমগ্ৰ ভাৰত
গঢ়িম মহাতীৰ্থ ॥

স্পৃশ্য-অস্পৃশ্যৰ তাত
নেথাকিব বহু জাত
অৱনত অনুন্নত
নেথাকিব পাছপৰা,
যোগ্যৰেই হব মাথোঁ।
ভোগ্য এই বসুন্ধৰা ॥



মহাপ্ৰভুৰ ৰথৰ জৰী
একেলগে টানিম ধৰি,
একেলগে খাম মহাপ্ৰসাদ
সবে আমি মিলিজুলি,
ভায়ে ভায়ে মিলি, নাচি নাচি হাঁহি
কৰিম সবে কোলাকুলি ॥

অস্পৃশ্য নহওঁ মই
ঘৃণিত নহওঁ মই
নৱদেৱতাৰ পদৰজ লৈ
পৰম বলবান হৈ,
মহাশক্তিৰ শিষ্য হলোঁ মই
বিশ্ব কৰিম জয় ॥
মাভৈ, মাভৈ, মাভৈ ॥ *

---

## জীৱন-ৰহস্য

( ভাঙনি )

আহিল টোপনি, দেখিলোঁ সপোন
ভাবিলোঁ জীৱন—সৌন্দৰ্য্য মাথোন।
দেখোঁ সাৰ পাই হৈ সচেতন,
কৰ্তব্য-পালন, এয়েতো জীৱন।

---

* কলিকতীয়া 'আৱাহন'ত প্ৰকাশিত

# যুগদেৱতা

এজন নহয়, দুজন নহয়
হাজাৰ অসুৰ আহিছে সাজি,
জ্বলে দাবানল, কঁপে ভূমণ্ডল
হিংসাৰ ডামামা উঠিছে বাজি।

পাপৰ পেঁকত পোত গ'ল ধৰা
নুমাওঁ নুমাওঁ পুণ্যৰ জ্যোতি,
অসত্যই কৰে সত্যৰ কণ্ঠৰোধ
কালনাগিনীৰ তামসী ৰাতি।

অপত্য স্নেহত অন্ধ ধৃতৰাষ্ট্ৰ
দিছে অধৰ্মক বুকুত ঠাই,
দুৰ্নীতি-দুষ্কৃতি নাচে জিভা মেলি
বিবসনা হৈ সুযোগ পাই।

মানুহে পাহৰি নিজৰ প্ৰকৃতি
খেলিছে তাণ্ডৱ ৰাক্ষস হৈ,
ক্ষমতা-লোভত, বলৰ দৰ্পত
আল্লা-ঈশ্বৰক পাহৰি গৈ।

বহু যতনেৰে চন্দ্ৰলোকলৈ
বিজ্ঞানীয়ে দিছে বাটটো কাটি,
কাষেদিয়ে তাৰ মৰণৰো বাট
নুবুজে অজ্ঞান মানৱ জাতি।



মাৰণ-বিজ্ঞান উঠে মূৰ দাঙি
জীৱন-বিজ্ঞান পৰিছে তল,
দেশে দেশে আজি শক্তিৰ ভাবুকি
ন্যায়-অহিংসাৰ টুটিছে বল।

এখুদ মৰম, এখুদ ধৰম
সিও আজি হায় নোহোৱা হ'ল,
শান্তি-সংহতিৰ, প্ৰেম-প্ৰগতিৰ
বিভূৰ বিভূতি আঁতৰি গ'ল।

কলিৰ শেষত কল্কি অৱতাৰ
যদিও শাস্ত্ৰই চিঞৰি কয়,
গতিগোত্ৰ দেখি ভাবোঁ মনে মনে
সেয়েই কিজানি আগতে হয়।

ধৰ্ম সনাতন কিয় অচেতন
ঢলি পৰে সত্য সুন্দৰ শিৰ,
পাৰ্থৰ সাৰথি পাঞ্চজন্যধাৰী
আগবাঢ়ি আজি নাহেনো কিয়?

নাহিলে নহব আহিব লাগিব
ৰাখিব লাগিব সৃষ্টিৰ জীৱ,
দুষ্টক দমিব সন্তক তাৰিব
যুগৰ দেৱতা দিবহি থিয়।

————

# যুগৰ গান

( ১ )

অন্ধকাৰ অমাবস্যা
ঘনঘোৰ তমসাৰ,
জ্বলি উঠে দাবানল
হিংসা আৰু লালসাৰ।

( ২ )

লঙ্কাত শক্তিৰ ডঙ্কা
ৰাৱণে সীতাক হৰে,
শকুনিয়ে পাশা মাৰে
পাণ্ডৱে আটাহ পাৰে।

( ৩ )

মানৱতা মহাধৰ্ম
মানুহে পাহৰি যায়,
লোভ খক ক্ষমতাক
দিয়ে যে আগত-ঠাই।

( ৪ )

ভ্ৰান্তিভৰা বিশ্ব আজি
শান্তিৰ কপৌ নুৰে,
সন্ত-সাধু আন্ধাৰত
হাত খেপিয়াই ফুৰে।

( ৫ )

দুৰ্নীতিৰ কৃষ্ণ-বেহা
কদাকাৰ ভূত-প্ৰেত,
ডাকিনী-যোগিনী নাচে
তৃষ্ণাতৰে মেলে ফেট।



( ৬ )

জাতিভেদ, বৰ্ণভেদ
দেশে দেশে হাহাকাৰ,
আক মাৰি তাক খাওঁ
এয়েই যুগৰ গান।

( ৭ )

মৰা নাই চণ্ড-মুণ্ড
গুচা নাই অট্টহাঁহি,
ৰক্তবীজে পোখা মেলে
পানীমেটকাব পাহি।

( ৮ )

আহাঁ তুমি মহাকালী
আঁউসীৰ বুকু ফালি,
অসুৰ পৰক বলি
দিয়ক শোণিত ঢালি।

( ৯ )

দ্বীপান্বিতা পোহৰত
আহাঁ তুমি লক্ষ্মী আই,
মিচিকি হাঁহিটি লই
বিশ্বশান্তি বিকশাই।

———

# ৰক্তস্নান

( ১ )

ৰঙা বিয়াল্লিছে জনালে আহ্বান
ভাৰত মাতাৰ হব ৰক্তস্নান
শূন্যত উৰিব ত্ৰিৰঙ্গ নিচান
স্তব্ধ হব বন্দুক-কামান,
অন্ধ যুগৰ বন্ধ কাৰাগাৰ
ভাঙিব লাগিব কৰি চূড়মাৰ
তুলিব লাগিব বিপ্লৱ তুৰ্বাৰ
কদম্ কদম্ নযোৱান ।

( ২ )

আহিব ধুমুহা, তেজৰ তুফান
গোলামি-ভণ্ডামি কৰি অৱসান
পূৰ্ণস্বাধীনতা সঙ্কল্প মহান
শিকলি খুলিবৰ হ'ল,
উজাই আহিল গঞা নৰ-নাৰী
জিকাৰি উঠিল চিপাহী-চন্তৰী
গুজৰি উঠিল শোণিত-নগৰী
দলে দলে আহে সমদল ।

( ৩ )

পুলিচ-সৈনিক গোলাম অদ্ভুৎ
উচ্ছিষ্ট-ভোজন লালসা বুকুত
থানাই থানাই হ'ল যমদূত
সাৰোগত কৰি পশুবল,



লজ্জাৰ, ঘৃণাৰ সেই ইতিহাস
পৰাধীনতাৰ যত ক্ৰীতদাস
ক্ষন্তেকীয়া জয়, তাতেই উল্লাস
জননীৰ চকু চল্‌চল্ ।

( ৪ )

উফৰি পৰিল জ্যোতি-ফিৰিঙতি
বজ্ৰ-ভূমিকম্প বুকুত সাৱটি
দিলে বহু জনে তেজৰ আহুতি
ৰক্তজবা, ৰক্তশতদল,
কুশলকোঁৱৰে ললে চিপজৰী
শোণিতৰ ভোজ দিলে ভোগেশ্বৰী
ৰণঘোষা গালে কমলা মিৰি
দিশে দিশে তেজ টলবল ।

( ৫ )

কলংপুৰৰ কনকলতাই
জয়াৰ তেজেৰে শৰীৰ বোলাই
ঘাতকৰ গুলী বুকুত ভৰাই
দিলে জ্বালি হোমৰ অনল,
ঢেকীয়াজুলিৰ বীৰ মনবৰ
ৰতন কছাৰী শিৱসমসৰ
গৌৰৱৰঞ্জিত কুৰিছেপ্তেম্বৰ
জয়ধ্বজা জ্বলে জলমল ।

( ৬ )

তিলক ডেকাই শিঙা ফুকাৰিলে
নটবৰ বেশ ব্ৰজনাথে ললে
ৰাউতা মদনে মৃত্যু নেওচিলে
সকলোটি হ'ল মৃত্যুঞ্জয় ।

তুচ্ছ যমদণ্ড শমনৰ বাধা
মুক্তি-যুঁজাৰুৰ নাই তৃষ্ণা-ক্ষুধা
লাগে স্বাধীনতা সঞ্জীৱনী-সুধা
কোটিকণ্ঠে জননীৰ জয়।

( ৭ )

মোহনদাসৰ বাজে মুক্তিভেৰী
পৰিল স্খলকি বন্ধন-জিঞ্জিৰী
বৃটিছকেশৰী পলাল ভাগৰি
বতাহত বন্দে মাতৰম,
ৰাইজেই ৰজা স্বাধীন দেশত
জন-জনার্দন জীৱন্ত জাগ্রত
শত প্রণিপাত ছহিদ-তীৰ্থত
জয় ভাৰত, জয় অসম।

---

# ছহিদ-তীর্থ

ধন্য গহপুৰ, ঢেকিয়াজুলি
গৌৰৱৰঞ্জিত ছহিদ-তীর্থ
শোণিতসিক্ত পবিত্র ধূলি।
ৰঙা বিয়াল্লিছে উৰালে নিচান
আকাশে-বতাহে গালে বজ্রগান
বলে পাৰ ভাগি তেজৰ তুফান
নটৰাজে নাচে জটা খুলি।

বানৰ নগৰী পাতিলে দীপালী
শোণিতকোঁৱৰে বজালে মুৰলী
পাগলী ভৰলী আহিল উথলি
জননীৰ মুক্তি অভিযান,
গুৰুম গুৰুম বন্দুক কামান
বিপ্লৱী তাণ্ডৱী হ'ল ধাবমান
ছহিদৰ মৃত্যু অমৃত সমান
ভয়-ভ্রান্তি শঙ্কা অৱসান।

ৰক্ত শতদল, ৰক্ত পলাশৰ
অহিংস বিপ্লৱ সি যে ভয়ঙ্কৰ
কঁপে থৰথৰ যমৰ কিঙ্কৰ
বৃটিছ কেশৰী ত্রস্তমান,
বিশ্বই দেখিলে কাহিনী অদ্ভুৎ
পিন্ধিলে জননী বিজয় মুকুট
অমৰ ছহিদ আনন্দ আপ্লুত
মহাত্মা মোহন জ্যোতিষ্মান।

---

# ছহিদৰ উক্তি

ৰণজিৎ, মোজাম্মিল, অনিল, সূৰ্য্য
একেলগে সউ বজায় তূৰ্য্য।
আকাশমাৰ্গত তোলে ঐক্যতান
বিজয় গৰ্বত উৎফুল্ল প্ৰাণ ঃ

"আমি চাৰিভাই ছহিদ হলোঁ
মৰিও অমৰ জিলিকি ৰলোঁ।
ভাৰতৰ বেদীত পৰিলোঁ বলি,
পুৱি শেষ হৈ থাকিলোঁ জ্বলি।

আমি নিস্পাপ, আমি পুণ্যৱান
মণি-পিয়লিৰ গাওঁ জয়গান।
আই জয়মতী সত্যাগ্ৰহী সতী
লয় আমাকেই কোলাত সাৱটি।

আমি বংশধৰ লাচিত বীৰৰ
আমি অগ্নিকণা শৰাইঘাটৰ।
বিষ্ণু ৰাভাৰ চিফুং বাঁহী,
অমৰ জ্যোতিৰ মিচিকি হাঁহি।

তিলক ডেকাই শিঙা বজায়,
কনকলতাই নিচান উৰায়।
মাতৃপূজাৰ তেজৰ বন্তি
ছহিদ আমাৰ সেয়েই শান্তি।"

———

# যুগধ্বনি

(১)

শেষ হ'ল আজি কথাৰ যুগ
আহিল কামৰ যুগ,
পুৰণি কালৰ সামন্তবাদৰ
ঢুকাল মোহনভোগ।

(২)

পুৰণি মাটিৰ পুৰণি ভেটিৰ,
ভোগৰ দখল গ'ল,
প্ৰজা-জমিদাৰ হ'ল একাকাৰ
নতুন সমাজ হ'ল।

(৩)

মানৱ-সেৱাই সত্য সনাতন
কৰ্মই ধৰ্মৰ মূল,
এলাহ-নিহালি পেলোৱা নিকালি
উভালি বিভেদ-হুল।

(৪)

নাই জাতি-বৰ্ণ সূতপুত্ৰ কৰ্ণ
লাগে ন্যায্য অধিকাৰ,
লক্ষ ভোকাতুৰ দৰিদ্ৰ বিদুৰ
অন্ন-বস্ত্ৰ হাহাকাৰ!

( ৫ )

গুৰু শঙ্কৰৰ, বীৰ লাচিতৰ
আদৰ্শ উঠিছে জ্বলি,
নতুন যুগৰ শৰাইঘাটৰ
হেংদান লোৱাচোঁ তুলি।

( ৬ )

মহাত্মা গান্ধীৰ সত্য-সম্প্ৰীতিৰ
অহিংসাৰ বাণী লৈ,
কৰিব লাগিব জীৱন মধুৰ
সমাজ কল্যাণময়।

( ৭ )

ধৰিব লাগিব হালৰ মুঠিত
ঘূৰাব লাগিব কল,
যন্ত্ৰৰ মন্ত্ৰত লভিব লাগিব
অযুত হাতীৰ বল।

( ৮ )

নতুন যুগৰ জ্ঞান-বিজ্ঞানৰ
ৰাখিব লাগিব বুজ,
যুগৰ তালে তালে জয়ধ্বজা তুলি
মিলাব লাগিব খোজ।

———

# জয়তু লক্ষ্মীনাথ

আকাশত হাঁহিছিল পূৰ্ণিমাৰ জোনে
পাতিছিল তৰাই দীপালী,
থাপনাত হাঁহিছিল আই লখিমীয়ে
ঘৰে ঘৰে মঙল-উৰুলি।

সেই শুভ লগনত এটি দেৱশিশু
লুইতৰ কোলাত শোভিলে,
আকাশৰ জোনটোক থিতাতে সিদিনা
অসমীয়ে বুকুত লভিলে।

তেৱেঁ সেই লক্ষ্মীনাথ সুৱদি ভাষাৰ
সাহিত্যৰ গুৰিবঠা ললে,
"নহওঁ তুখীয়া আমি অসমীয়া"; বুলি
জগতক উচ্চস্বৰে কলে।

তেওঁৰেই লেখনীয়ে শুকান গছতো
জিলিকালে ফুল-কুঁহিপাত,
পৰ্বতৰ ডালিমীক থুনুকথানাক
দিলে তেওঁ মৌমিঠা মাত।

আমাৰ দেশৰ তেওঁ গুৰু দুজনাক
সাহিত্যৰ চন্দন-চ'ৰাত,
বহুৱালে ভক্তিভাবে সিংহপীৰা পাৰি
মোহন 'বাঁহীৰ' সুৰ তাত।

আমাৰ দেশৰ তেওঁ আকাশে-বতাহে
ঢালি দিলে হাঁহিৰ সঁফুৰা,
লৰা-লুৰী, বুঢ়া-বুঢ়ী হাঁহিত বাগৰি
পিলে সেই মৌ-ৰহঘৰা।

কণ কণ দেওলৰা অকণিহতক
উপহাৰ দিলে 'জুনুকা'ৰ,
কলে মিঠা সাধুকথা জোনাকত বহি
বুঢ়ীআই, ককাদেউতাৰ।

'জাতীয় সঙ্গীত' দিলে 'সুৰীয়া মাত'ৰ
তাকে আমি সমস্বৰে গাওঁ,
'আপোনাৰ দেশ' মোৰ সোণৰ অসম
গয়া-গঙ্গা চৰণতে পাওঁ। *

---

## শোণিতসত্ৰ

শোণিতপুৰৰ ৰূপহী উষাই
সোণ-সপোন দেখিছিল,
শোণিতপুৰৰ কুমাৰী চিত্ৰই
'হৰণলুকি' খেলিছিল।

শোণিতপুৰৰ ভৈৰবী থানত
মদন-মেলা বহিছিল,
শোণিতপুৰৰ অগ্নিগড়ত
জুই-শিখা উৰিছিল।

* বেজবৰুৱাৰ শতবাৰ্ষিকী উপলক্ষে।



শোণিতপুৰৰ নৃপতি বানৰ
মৈৰাধ্বজ খ'হিছিল,
শোণিতপুৰৰ হৰি-হৰে মিলি
কোলাকুলি কৰিছিল।

শোণিতপুৰৰ হৰ্জৰবৰ্মাই
পুখুৰী খনাইছিল,
শোণিতপুৰৰ নাগশঙ্কৰৰ
জটাজাল খুলিছিল।

শোণিতপুৰৰ পাগলী ভৰলী
লুইতক চুমিছিল,
শোণিতপুৰৰ প্ৰতাপগড়ত
পিতা-পুত্ৰ মিলিছিল॥

এই শোণিতৰে পিতা লম্বোদৰে
গন্ধফুল বাছিছিল,
এই শোণিতৰ আতা পদ্মনাথে
সাহিত্য-সত্ৰ পাতিছিল।

এই শোণিতৰে কৃষ্ণ-গীতাসাৰ
থাপনাত শোভিছিল,
এই শোণিতৰে বানৰ মঞ্চই
অসমীক মুহিছিল।

এই সত্ৰৰেই উষা-আলোকত
বহু ফুল ফুলিছিল,
এই শোণিতৰে 'বন্তি'ৰ আলোকে
অন্ধকাৰ খেদিছিল।

এই শোণিতৰে ঋষি কমলাই
'চিন্তানল' জ্বালিছিল,
এই শোণিতৰে 'হেম-চন্দ্ৰনাথে'
অস্থি-বজ্ৰ দানিছিল।

এই শোণিতৰে চন্দ্ৰ, আনন্দই
ফুলবাৰী পাতিছিল,
এই শোণিতৰে দণ্ডী, মহাদেৱে
হাতৰ কাপ নেৰিছিল।

এই শোণিতৰে চন্দ্ৰ-ৰাধিকাই
কলা-লক্ষ্মী জপিছিল,
এই শোণিতৰে ৰূপৰ 'জ্যোতি'ত
অসমীয়ে হাঁহিছিল।

এই শোণিতৰে বিষ্ণু-বোধনাথে
নট হৈ নাচিছিল,
এই শোণিতৰে ললিত, ফণীৰ
খোজত মঞ্চ কঁপিছিল।

এই শোণিতৰে মহিম, লক্ষ্মীয়ে
মহাত্মাক পূজিছিল,
এই শোণিতৰে কনকলতাই
তেজৰ ফাঁকু খেলিছিল।

ৰক্তলোহিত এই শোণিতৰে
পবিত্ৰ সাহিত্যসত্ৰ,
'পদ্ম-জয়ন্তী'ত বিকশিত হোৱা
সামান্য আভাস মাত্ৰ।*

---

* গোহাঞি বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে

# দেশভক্তৰ স্বৰ্গযাত্ৰা

(২৮ জুলাই, ১৯৩৮ চন)

দেশভক্ত স্বৰ্গযাত্ৰী হ'ল
অসম্পূৰ্ণ ৰণ—
মৰণৰ দুন্দুভি বাজিল
নিৰ্মম মৰণ।

সমৰৰ সুযোগ্য নায়ক
সাহসী ফুকন,
অসমৰ অমূল্য ৰতন
ভাৰতভূষণ।

'ব্ৰহ্মচাৰী' দিলে ব্ৰহ্মতেজ
বিখ্যাৎ বংশত,
'বলৰামে' বল-বীৰ্য্য দান
পুত্ৰত দেহত।

প্ৰবাহিত তাতে জননীৰ
'ভাগীৰথী' ধাৰা,
দেশভক্ত তৰুণ ফুকন
হ'ল ভোতাতৰা।

মহাবীৰ গজ-দন্তধাৰী
মদনমোহন,
ভৰলুৰ আঁচলৰ ধন
লৌহিত্যনন্দন।

শেষ-শয্যা বীৰ-শয্যা হ'ল
অমৰ ফুকন,
চোৱা সউ স্বৰ্গযাত্ৰা কৰে
সহাস্যবদন।
নন্দনৰ মন্দাৰ-বনত
সজ্জিত তোৰণ,
দিব্যাঙ্গনা দেৱাঙ্গনা আহি
কৰিলে বৰণ।
আগবাঢ়ি মাতিলে নবীনে
আহাঁ বীৰবৰ!
লক্ষ্মীনাথে সোধে সমাচাৰ
ভাষা-সাহিত্যৰ।
স্বৰগত মহাসমাৰোহ
আনন্দ-হিল্লোল,
মৰতত উঠে হাহাকাৰ
কান্দোনৰ ৰোল।
অনাথিনী ভৰলু তটিনী
টোকে চকুপানী,
মাৰ যায় অস্ত অচলত
ক্লান্ত দিনমণি।
'চন্দ্ৰ'হীন অসম-আকাশ
নিষ্প্ৰভ মলিন,
'লক্ষ্মী'হীন সোণৰ ভঁৰাল
নীৰৱ 'নবীন'।
তৰুণৰ তুৰ্য্যনাদো আজি
ধীৰে মাৰ গ'ল,



নিয়তিয়ে শতুৰু শালিলে
পাই কিনো ছল!
সেই দিনা ধুবুৰীঘাটত
পৰিছে মনত,
সমবেত ৰথী-মহাৰথী
জাতীয় ৰণত।
সেনাপতি 'ভাঙনি কোঁৱৰ'
বেহুৰ ৰথীয়া,
অসমীৰ সীমান্ত বাহিনী
পালি-পহৰীয়া।
বাগ্মিতাত অজেয় ফুকন
লখিমী-লেখনী,
পৃষ্ঠভঙ্গ দিলে 'প্ৰান্তবাসী'
বিভেদ-শকুনি।
ইজনৰ পিছত সিজনে
মাগিলে বিদায়,
কোনে আজি সেনানী চলায়
সেনাপতি নাই।
তৰুণৰ দীপ্ত আননত
মহাত্মাৰ বাণী,
'মনোৰমা সাদৰী অসম'
সৌন্দৰ্য্যৰ ৰাণী।
উপেক্ষিতা অসম জননী
ভাৰত-সভাত,
নাষ্য স্থান লভিলে পুনৰ
সোণৰ পীৰাত।

প্ৰজা সূয় মহাযজ্ঞ সেই
লৌহিত্য তীৰত,
উদ্ভাসিত 'পাণ্ডুৱ নগৰ'
জননী বক্ষত।

চকৰদ চিকাৰীৰ তীৰ্থ
ৰুদ্ৰভৈৰবৰ,
গজেন্দ্ৰৰ কত উপাখ্যান
বীৰ ফুকনৰ।

ৰায়ফল্ল শোভিত হাতত
অব্যৰ্থ সন্ধান,
বাঘ-পহু মৃগয়াবনৰ
নাই পৰিত্ৰাণ।

আৰু কত অতীত কাহিনী
সপোনৰ প্ৰায়,
বতাহত উঠিছে বিননি
—সেনাপতি নাই।
কোনে হায় লয় সেই স্থান
নাই যোগ্য জন,
বীৰবাহু শৰাইঘাটৰ
পৰিল ফুকন!
লাচিতৰ হেংদানখনি
কামাখ্যাৰ দান,
কোনে লয় বুটলি পুনৰ
গাই জয়গান!
সাতশত্ৰু পৰাজিত কৰি
কোন ধনুৰ্দ্ধৰে,



হাঁহিমুখে আহিব উলটি
পূৰ্ণ পয়োভৰে?
কোন জন সুপুত্ৰই আৰু
প্ৰতিভা বলত,
উজ্জলাব জননীবয়ান
দেশ-বিদেশত।

সন্তাপিতা পুত্ৰৰ শোকত
কান্দিছে জননী,
উটি যায় অশ্ৰু-প্লাৱনত
সমগ্ৰ মেদিনী।
পুত্ৰশোক সহিব কিমান
জনমদুখুনী,
কাক চাই দুখ পাতলায়
মাতৃ অভাগিনী!
কাক লই সবাৰো আগত
বাজিব্ দুনাই
ৰণশিঙা ভৈৰৱ নিনাদে
আকাশ কঁপাই!
'তৰিলে দেশ, মৰিলে স্বৰ্গ'
গাই গ'ল গান,
অসমীয়া জীৱন-যুঁজত
হোৱা আগুৱান।
পুৰনাৰী বাহিৰ ওলোৱা
ফুল-দুৰ্বা লই,
যায় আজি ৰাজৰাজেশ্বৰ
ধৰা এৰি থই।
সেনাপতি বীৰ নায়কক
সন্মান জনাই,
থোৱা আজি জাতীয় পতাকা
তলত নমাই।

———

# লাচিতৰ দেশ, ভাস্কৰৰ দেশ

মোৰ বাণী ৰুদ্ধ—
দেশৰ দুৰ্গতি, বিপন্ন সংহতি
কলিৰ ৰাজত্ব
অসমীৰ মনোকষ্ট।
নাই শান্তিৰ বুদ্ধ
লোভ-খক-ক্ষমতাৰ যুদ্ধ ॥

ছাল-বাকলি নাই গাত
গোটগৰুকো লাজে ৰাজপাট।
অলক্ষ্মী মেলিছে নাট,
লখিমী পলাই ফাট।
অবিদ্যাই উৰায় নিচান,
বিদ্যাদেৱী ম্রিয়মান।
বানপানী ব্ৰহ্মআকাল,
অন্নপূৰ্ণাৰ উদং ভঁৰাল।
অনাহাৰ, অনাটন
হ'ল সত্য-সনাতন।

দূৰদৃষ্টি, দিব্যদৃষ্টি, কাৰো দেখোঁ নাই
ন্যস্ত স্বাৰ্থ, স্বাৰ্থপৰতাই
বহি ললে নেগুৰ পকাই।
ৰাষ্ট্ৰৰ নাড়ীবোৰে তেজ চুহি খায় ॥
মোৰ দেশ, মোৰ মাটি
তাতো মোৰ পদে পদে ঘাটি।
মোৰ ধন আনে আহি চান কাঢ়ি খায়,
দোষ কাৰো নাই,
কামধেনু আনেহে খীৰায়,
মই থাকোঁ কল্পনাৰ কামধেনু চাই ॥



মোৰ দেশৰ সোণৰ সংস্কৃতি
তাৰো দেখোঁ ঘটিল বিকৃতি।
মোৰ ঘৰৰ বৰভেটি
চপৰাচপৰে খহে মাটি।
থাপনাৰ ভাগৱত,
উটি যায় বলিয়া বানত ;
মই কিন্তু শুই আছোঁ তেল দি নাকত ॥

অ' দেশৰ ডেকা ল'ৰা!
নহবি তই নেজালতৰা, দাংকোপ মৰা।
লতাকটা ৰণ কৰি অকাৰণ
নিদিবি তই শক্তি বিসৰ্জন।
এতিয়াও আছে সময় হাতত
বীৰ লাচিতৰ বীৰ্য্য দেহত
তুলি ল হেংদান শৰাইঘাটত।

সাধনাকুণ্ডত কৰি স্নান
আই ভাৰতীৰ জুৰি দে গান।
কৰ্মৰ সমুদ্ৰ কৰি মন্থন
দেশৰ লখিমী কৰ আহৰণ।
লাচিতৰ দেশ, ভাস্কৰৰ দেশ
কিহৰ আলস্য, ল বীৰবেশ ॥

## জয় জনতা

অতিকে পবিত্র পোন্ধৰ আগষ্ট
বয় অমৃতৰ ধাৰ —
উৰিছে নিচান ঘূৰিছে বিমান
জয় জনদেৱতাৰ।

জাতীয় ৰণত পূজাৰ ক্ষণত
এক মন্ত্ৰ, এক সুৰ—
লক্ষ ভোকাতুৰ দৰিদ্ৰ বিতুৰ
উলাহে অন্তৰ পূৰ।

বীৰ লাচিতৰ ৰণজিৎসিংহৰ
শিৱাজীৰ পুণ্য কথা,
ঝান্সিৰ ৰাণীৰ মণি-পিয়লিৰ
এডালি সূতাৰে গঁথা।
নতুন যুগৰ সোণালী সূৰ্য্যৰ
উদয়গিৰিত হাঁহি,
মুক্তিযুঁজাৰুৰ মুক্ত ছহিদৰ
হাঁহিত পদুমপাহি।

সত্যাগ্ৰহী ৰাম পূৰ্ণ মনস্কাম
অযোধ্যাত পুষ্পবৃষ্টি,
বুদ্ধৰ সমস্যা সাৰ্থক তপস্যা
মানৱকল্যাণ দৃষ্টি।
বাল্মীকি-ব্যাসে কবি কালিদাসে
সুধাকণ্ঠ দিছে বাকি,



সাবিত্ৰী-সীতাই গায়ত্ৰী-গীতাই
গুঠিছে ফুলৰ চাকি।

নবীন কৰ্মবীৰ তৰুণ উচ্চশিৰ
চন্দ্ৰ-ৰোহিণী, লোকপ্ৰিয়,
কুমাৰী কনক কুশল-তিলক
আগত দিছেহি থিয়।
জ্যোতিৰ প্লাৱন মহাত্মা মোহন
দধীচি বিষ্ণু-দিগম্বৰ,
বুটিছকেশৰী কঁপে থৰথৰি
পুণ্য তিথি আগষ্টৰ।

নাই সৰু-বৰ ভেদ-বিভেদৰ
আজিৰ দিনত ঠাই,
শুনি যুগধ্বনি হওঁ অগ্ৰগণী
বন্দে মাতৰম গাই।

পৃথিৱী মধুৰ আকাশ মধুৰ
বলিছে বতাহ জুৰ,
দুৰ্নীতি পলায় সংস্কৃতি ওলায়
ঐক্য-প্ৰগতিৰ সুৰ।
সাম্য-মৈত্ৰী-প্ৰেম মণি-মুক্তা-হেম
ৰঞ্জিত ত্ৰিৰঙ্গ ধ্বজা,
জয় জনতাৰ গণ-দেৱতাৰ
আই ভাৰতীৰ পূজা।

———

# পোন্ধৰ আগষ্টৰ ফৰ্মান

সাগৰৰ অতল গৰ্ভত
হেৰুৱাই স্যমন্তক মণি,
কান্দিছিল উচুপি উচুপি
নিপীড়িতা ভাৰত জননী।

পালতৰা ভাপনাও মেলি
আহিছিল বৃটিছ-বেপাৰী,
বিভেদৰ অগনি জ্বলাই
বহিছিল সিংহপীৰা পাৰি।

শাসনৰ, শোষণৰ যন্ত্ৰ
চলিছিল মহাপয়োভৰে,
অভিশাপ কাল-দুৰ্বাসাৰ
দাসত্বই মনুষ্যত্ব হৰে।

মহাত্মাৰ শঙ্খ-নিনাদত
জাগৰণ গণদেৱতাৰ,
মহাপূজা ষোড়শোপচাৰ
তীৰ্থস্থান হ'ল কাৰাগাৰ।

অভিনৱ অহিংস-বিপ্লৱ
ভাৰতীৰ মুক্তি-অভিযান,
পশুবল পৰাস্ত বিফল
স্তব্ধ হ'ল বন্দুক-কামান।



সেই দিনা মাহেন্দ্ৰ ক্ষণত
জননীৰ ছিঙিল জিঞ্জিৰী,
আহিছিল পোন্ধৰ আগষ্ট
বাজিছিল পাঞ্চজন্য-ভেৰী।

সেই দিনা বিশ্বৰ বিস্ময়
হোমানল জ্বলিল উজ্জ্বল,
দ্বিখণ্ডিতা যদিও ভাৰত
জনগণ আনন্দবিহ্বল।

এইদৰে পোন্ধৰ আগষ্ট
আহি আছে বছৰে বছৰে,
মাদকতা যদিও টুটিছে
মুকুতিৰ অমিয়া বিতৰে।

জিলিকিছে বেদীত ভাৰতী
ওপৰত ত্ৰিৰঙ্গ নিচান,
অপৰূপা জয়ন্তীয়ে তাতে
যাচি দিছে গৌৰৱ-সন্মান।

অভ্ৰভেদী কাঞ্চনজঙ্ঘাৰ
কপালত কপালী ৰূপালী,
বক্ষহাৰ গঙ্গা-যমুনাৰ
লক্ষতৰা উঠিছে উজ্জলি।

একে জাতি, একে ভাই বুলি
একেখন দেশৰ সন্তান,
মাতৃতীৰ্থ বৈকুণ্ঠ-বেহেস্ত
অৰতকে কৰিম নিৰ্মান।

ঐক্যতান

সূৰ্য্যোদয় নতুন পুৱাৰ
শঙ্খধ্বনি সাম্য-প্ৰগতিৰ,
অৱসান সামন্ত যুগৰ
ঐক্যতান ভাষা-সংস্কৃতিৰ।

উটি যক দুৰ্নীতি-দুষ্কৃতি
দিশে দিশে আহিছে তুফান,
সুনিশ্চিত জনতাৰ জয়
আগষ্টৰ এয়েই ফৰ্মান।

---

## পোন্ধৰ আগষ্টৰ গান

আৱত আজি গোন্ধৰ আগষ্ট
পাৰ্থসাৰথি গাৱত গীতা,
জয়তু জননী শত্ৰুবিমৰ্দিনী
বিশ্ববন্দিতা ভাৰতমাতা ॥

শত দধীচিৰ শোণিত-বিন্দু
উঠিছে উথলি অমৃত-সিন্ধু।
জিলিকে স্বৰ্গত অনামী বন্ধু
জাগ্ৰত জনতা গণদেৱতা ॥

জ্বাতিয়ে গঙ্গা, ৰাইজে ৰজা
নমো, নমো, নমো ত্ৰিৰঙ্গ ধ্বজা।
দবা-কাঁহ শঙ্খ দুন্দুভি বজা
মুক্তিব্ৰতা সীতা অগ্নিস্নাতা ॥

---

## পোন্ধৰ আগষ্টৰ চকুলো

বলিয়া বানত নামে প্ৰলয়-পয়োধি
বুঢ়া লুইতৰ প্ৰচণ্ড ৰূপ,
পোন্ধৰ আগষ্ট আহে চুচুকচামাক
তপত চকুলো পৰে টোপটোপ ॥

দেখি এনে ভয়ঙ্কৰ ৰুদ্ৰ মহেশ্বৰ
ডিবুৰুৰ বিনিদ্ৰ ৰজনী,
অৰুণাচলত নাচে উলঙ্গিনী হৈ
উন্মাদিনী জলতৰঙ্গিনী ॥

নিমাতীঘাটত বহি পানী জুখি জুখি
বুঢ়া বিশ্বকৰ্মা ভাগৰি যায়,
দিহিং, দিছাং, আই, বেকী, নাচে দেও পাৰি
গদাধৰে মাদল বজায় ॥

নদীদ্বীপ মাজুলীৰ জীৱন বিপন্ন
জলমগ্ন সত্ৰ-নামঘৰ,
ধ্বংস হয় সংস্কৃতিৰ অমূল্য বিভূতি
হাহাকাৰ গুৰু-ভকতৰ ॥

লুইতৰ সতে যুদ্ধ গ্ৰাহ-গজেন্দ্ৰৰ
শক্তিক্ষয় বুঢ়াপাহাৰৰ,
অভয় অৰণ্য হ'ল অঠাই সাগৰ
নিৰাশ্ৰয় বাঘ-পহু-গড় ॥

সৃষ্টিছাড়া বৃষ্টিধাৰা নামে হৰ্ হৰ্
বিৰহী যক্ষৰ বক্ষ যে পোৰে,
নাচনী নদীৰ আজি বাঢ়ে আগতেল
গাঁও-ভূঁইবোৰ প্লাৱিত কৰে ॥

ব্ৰহ্মাৰ পুত্ৰৰ ই যে উদ্দাম যৌবন
ৰূপহী উৰ্বশী এডিঙি বুৰে,
ভস্ম-অচলত বহি জটীয়া শিৱই
ত্ৰাহি ত্ৰাহি কৰি আটাহ পাৰে ॥

ভৰলুও নাচি নাচি দেওধনী হ'ল
যৌবন-মদিৰা হাতত লৈ,
ফেনেফোটোকাৰে বাঢ়ে ৰূপোৱালী ধল
কামাখ্যাক দেখি থমকি ৰয় ॥

পাগলাদিয়ায়ো নাচি ধিন্দাওখিটাও
লখাইতৰাক বাউলী কৰে,
বুঢ়া মানাহৰো জাগে যযাতি-যৌবন
কপিলী ভৰলী উথলি পৰে ॥

সেউজীয়া বিপ্লৱত ৰূপালী তাণ্ডব
পথাৰত লখিমী লুকায়,
ৰাক্ষসৰ দৰে আহি গৰাখহনীয়া
ভেটি-মাটি পেটত ভৰায় ॥

বিজ্ঞানৰ যুগ আজি নাভূতনাশ্ৰুত
তথাপিতো লুইতৰ জয়,
নিপীড়িত মানৱৰ এই ভাগ্যলিপি
ইও এক পৰম বিস্ময় ॥

ইদৰে বছৰি আহে দুৰ্জ্জয় প্লাৱন
ধন-জন-সম্পত্তি অথলে যায়,
পোন্ধৰ আগষ্ট আহি টুকিছে চকুলো
ভগৱানে কৰক সহায় ॥

— ——

# ভাৰতীয়ে ভগৱতী

আজিও যে তাহানিৰ দৰে
বিশ্বশান্তি গণিছে প্ৰমাদ,
এটমৰ মাৰণাস্ত্ৰ লৈ
অসুৰেহে কৰে সিংহনাদ।

বিষবাষ্প আকাশে-বতাহে
জলে-স্থলে প্ৰলয়-গৰ্জন,
প্ৰশান্তৰ অশান্ত বুকত
আতঙ্কিত সত্যনাৰায়ণ।

মাতৃ মোৰ ভাৰত-জননী,
সীমান্তত জ্বলে বনজুই,
পোৰে তাত মানৱী ধৰম
কোনো আজি নেথাকিবা শুই।

নৰহত্যা-গণহত্যা কৰি
অসুৰৰ বাঢ়ে আগতেল,
দহোখন হাতত মাতৃৰ
লাগে অস্ত্ৰ, লাগে শক্তিশেল।

প্ৰতিজন ভাৰতসন্তান
একোজন মানৱ-দেৱতা,
সংহতিৰ অমোঘ মন্ত্ৰেৰে
হোৱা নিজ ভাগ্যৰ বিধতা।

আকাশত নাই দেৱগণ
মানৱেই ললে সেই স্থান,
দানৱেও তুলিছে ধৰাত
আসুৰিক শক্তিৰ তুফান।

দেৱতাৰ থাকিলে বিভেদ
ভাৰতীৰ শকতি টুটিব,
অস্ত্রে-শস্ত্রে পুত্রই মাতৃক
আজিওতো সজাব লাগিব।

দুর্নীতিৰ নলবা শৰণ
দুস্কৃতিক নিদিবা প্রশ্রয়,
ঐক্যবল মহাপাশুপত
সংহতিয়ে মিলাব বিজয়।

বিভীষণ পশ্চাটঘাটীৰ
অচিৰতে হব মুণ্ডপাত,
অসুন্দৰ, অসত্য অশিৱ
সকলোটি হব ধূলিস্মাৎ।

———

## চাব্বিছৰ মুক্তিভেৰী

আই মোৰ ভাৰতী
জয়শ্রীমণ্ডিতা,
চন্দনচর্চ্চিতা
জগ-জন-বন্দিতা॥



স্বাগতম, স্বাগতম
চাব্বিছ জানুৱাৰী
শিঙা-শঙ্খ উঠে ফুকাৰি।
ৰজা-মহাৰজা গ'ল
ৰাইজেই ৰজা হ'ল
বাজে বীণা, বাজে মুক্তিভেৰী॥

মুক্ত হ'ল কাৰাগাৰ
লুপ্ত তপ্ত অশ্রুধাৰ
জয় সত্য-মানৱতাৰ,
বিভুৰ করুণা সানি
আল্লাৰ মেহেৰবাণী
জন্মলাভ স্বাধীন বাংলাৰ।

———

## চাব্বিছৰ জয়ধ্বজা

(২য় পাক-যুদ্ধৰ অন্তত—২৭।১৭২)

শেষ হ'ল ৰাহুগ্রাস দুস্কৃতিৰ মহাত্রাস,
ওলাল যুগৰ সূর্য্য ফৰকাল নীলাকাশ।
উল্কা-অগ্নি-বজ্রপাত অসুৰৰ অস্ত্রাঘাত,
সত্যনাৰায়ণে আহি কৰি দিলে ধূলিস্যাৎ।

হেমন্তৰ গোসাঁনীৰ অকাল-বোধন হ'ল,
জোৱানৰ শোণিতত শতদল ফুলি ৰ'ল।
পীড়িতক, দলিতক দিলে মাতৃ শুভ বৰ,
জন্মিল নতুন দেশ বুকু ভেদি কবৰৰ।

শুদ্ধ হ'ল ভূত-প্ৰেত ছত্ৰভঙ্গ অসুৰৰ,
কৃপাদৃষ্টি হ'ল বৃষ্টি আল্লা আৰু ঈশ্বৰৰ।
নাই আৰু অন্ধকাৰ দুৰ্যোগৰ ধুমুহাৰ,
মানুহে লভিলে পুনু জন্মগত অধিকাৰ।

শুচি হ'ল বসুমতী গ'ল শোণিতৰ ধল,
হ'ল পুনু সুনিৰ্মল পদ্মা আৰু গঙ্গাজল।
আলোকৰ বাটে বাটে সুন্দৰৰ অভিযান,
মাতৃপূজা মহামন্ত্ৰ বন্দে মাতৰম গান।

দুষ্কৃতি আন্ধাৰে ভৰা অন্তৰ্হিতা কালৰাত্ৰি,
মুক্তিদাত্ৰী ভাৰতীয়ে বিশ্বৰূপা জগদ্ধাত্ৰী॥
জলে-স্থলে অন্তৰীক্ষে জয়যাত্ৰা যোৱানৰ
গৌৰৱৰঞ্জিত ধ্বজা জানুৱাৰী চাব্বিছৰ॥

---

## জয়-জয়ন্তী

জয়ন্তীত জননীৰ সাজপাৰ ৰূপালী পাটৰ
ৰূপৰ কিৰীটি জ্বলে পঁচিছৰ পূৰ্ণ পয়োভৰ।
অঙ্গৰ ভূষণ ত্যাগ স্বাধীনতা উদ্দাম যৌবন,
ত্ৰিৰঙ্গনিচান উৰে, বতাহত মাতৃ আবাহন।
নৃপতিমণ্ডল গ'ল, শেষ হ'ল সামন্ত যুগৰ,
তোলে কৰ্ণ সূতপুত্ৰ জয়ধ্বজা নিজৰ ভাগ্যৰ।
ৰুদ্ৰৰূপে শম্বুকেও পালে আজি ৰামৰ স্বীকৃতি,
বেদমন্ত্ৰ মাতি শূদ্ৰ প্ৰদানিছে যজ্ঞৰ আহুতি



বিশ্বামিত্ৰ ক্ষত্ৰপুত্ৰ সমুজ্জ্বল তপস্যা বলত,
আৰ্জি ললে ব্ৰাহ্মণত্ব আৰ্য্যভূমি ভাৰতবৰ্ষত।
পাঞ্চজন্য, সুদৰ্শন দুইহাতে শোভে ভাৰতীৰ,
পঞ্চশীল, অহিংসাই দীপ্ত কৰে কুমাৰি'-কাশ্মীৰ।
ৰাষ্ট্ৰহীন ধৃতৰাষ্ট্ৰ পৰিহৰি ধৰ্ম মানৱৰ,
অভিশাপে আশীৰ্বাদ সিংহনাদ জয় যোৱানৰ।
পীড়িত দলিত নাই— সকলোৰে সমান আসন,
গণতন্ত্ৰ, সাম্যবাদ, মুক্ত আজি সোণৰ তোৰণ।
যাত্ৰাৰ পথত সউ হুলবোৰ পৰিছে উভালি,
কালিমা-মানিমা-গ্লানি লব লাগে পখালি-নিকালি।
চলি আছে বিশ্বব্যাপি ষড়যন্ত্ৰ শকুনি-কংসৰ,
ধৰ্মৰ যুদ্ধত কিন্তু জ্যোতিস্মান পুত্ৰ অমৃতৰ।
পাষণ্ডমৰ্দন আজি অৱসান ভেদ-বিভেদৰ,
গঙ্গা-পদ্মা গায় মিলি জয়গান মহাভাৰতৰ।
ৰাইজেই ৰজা আজি পৰাজিত হীন পশুবল,
জয়যুক্ত শাপমুক্ত হলধৰ বিদুৰৰ দল।
যুধিষ্ঠিৰ ধৰ্মপুত্ৰ দৰিদ্ৰৰ হ'ল প্ৰতিনিধি,
সত্যাগ্ৰহী শ্ৰীৰামৰ সাম্ৰাজ্যৰ বাঢ়িল পৰিধি।
মহাত্মাৰ অস্থিদান, প্ৰায়শ্চিত্ত ভ্ৰাতৃ-বিভেদৰ,
পঁচিছ বছৰ পূৰ্ণ সুখ-দুখ হৰ্ষ-বিষাদৰ।
গৈৰিকবসনা মাতৃ এইবাৰ জয়ন্তী ৰূপৰ,
পৰিহৰি চিন্তা শঙ্কা, লব লাগে সঙ্কল্প কৰ্মৰ।

---

# মোৰ দেশ লখিমীৰ দেশ

( ১ )

মনমোহনীয়া ৰূপ বিনন্দীয়া
মোৰ দেশ লখিমীৰ দেশ,
লুইতে পিন্ধায় ৰূপালী মেখেলা
প্ৰকৃতিয়ে বান্ধে মেঘালী কেশ।
বনবিহঙ্গিনীৰ সুৰ-তৰঙ্গিনী
শিখৰে শিখৰে বাগৰি যায়,
প্ৰহৰী গিৰিয়ে পিন্ধে জোনবিৰি
সাতশৰী গাঁথে নৈ-নিজৰাই।
পথাৰে পথাৰে লখিমীৰ হাঁহি
ভঁৰালতো পুনু লখিমীৰ গান,
সোণৰ চেকুৰা ৰূপৰ সঁফুৰা
মোৰ এই দেশ লখিমীৰ থান।

( ২ )

এইখন সোণাপুৰ লখিমীৰ দেশ
নাই দেখোঁ একো অৱশেষ।
কেনি গ'ল লখিমী গোসাঁনী
নাই কিয় সোণালী ধাননি ?
পুতনাৰ দৰে লক্ লক্ কৰে
নাচি নাচি আহে বানপানী।
হাঁহিবোৰ গ'ল জহি
সোণবোৰ গ'ল ভাহি
মনবোৰ হ'ল মৰা মৰা
দেশত লখিমী নাই —
দেউলত নাই ভোগজৰা
পথাৰত নাই সোণতৰা ॥



( ৩ )

গেন্ধাইমালতী চালতে শুকাল
মাণিকিমধুৰী দেখা দি লুকাল।
মেটেকাৰে ভৰা পদুমপুখুৰী,
গছে গছে ৰাৱণৰ নাড়ী ॥
ভেজালৰ নকলৰ হাট
অৱৰুদ্ধ লখিমীৰ বাট
জননী অসমী মোৰ শুকানউবান
লক্ষ্মীছাড়া হই আৰু থাকিবা কিমান ?

( ৩ )

এইদৰে বহি থাকিলে নহব
আই কামাখ্যাক জগাৰ লাগিব।
সঞ্জীৱনী-সুধা তেৰেঁই বিলাব
ৰাহু-কেতু-শনি আঁতৰি পলাব।
তুলিব লাগিব লাচিতৰ গড়,
ধৰিব লাগিব সময়ৰ শৰ।
কৰ্মদেৱতাৰ প্ৰদীপ জ্বালি
ভাঙিব লাগিব ধোদৰ আলি।
আই লখিমীক সেৱা এটি কৰি
ৰাখিব লাগিব হাতে-ভৰি ধৰি।

———

# দেশৰ ডাক

এইখন কামাখ্যাৰ স্থান
লাচিতৰ নাচে হেংদান।
লুইতৰ বাজে ৰুদ্ৰবীণ,
তুমি কিয় হবা শক্তিহীন ?

ইয়াতেই জ্যোতিৰ প্লাৱন
ইয়াতেই বিষ্ণু-সুদৰ্শন।
নোহোৱানে তুমিও সন্তান
কিয় তেন্তে নিৰ্জীৱ নিষ্প্ৰাণ ?

দেশৰ লক্ষ্মী উদ্ধাৰি আনি
খেদিব লাগিব লগ্নৰ শনি।
অগ্নিৰ গড়, শৰাইঘাট
বিশল্যকৰণী লভিবা তাত।

কৰ্মই ধৰ্ম বাজিছে ঢাক
শুনা কাণ পাতি দেশৰ ডাক।
মাতৃৰ চকুলো মচিবা তুমি
স্বৰ্গতো অধিক জনমভূমি।

ফুলাব লাগিব মুখত হাঁহি
বজাব লাগিব মোহন বাঁহী।
নেলাগে মাতৃক সোণৰ পদুম
লাগে ৰক্তজবা ভকতি-কুসুম।

---

# জাগা সন্তান

জাগা সন্তান, হোৱা আগুৱান
তুমি শক্তিমান॥
তোমাৰ দেশ, অসুৰৰ দেশ;
দেৱতাও বন্দী হয় য'ত,
প্ৰকৃতিয়ে দিয়ে
কপালত ৰামধেনু আঁকি
ভুৱনমোহিনী বেশ॥
ধোদে য'ত বান্ধে ৰাজআলি
ৰংঘৰ-কাৰেংঘৰে ধৰে ম'ৰাচালি।
কৰ্ম বিনে নাই য'ত গতি,
বিশ্বকৰ্মাই বান্ধে খটখটী—
কামাখাই ই দেশক পিন্ধায় কিৰীটি॥
শঙ্কৰে কীৰ্তন পঢ়ে
মাধৱে ভোৰতাল বায়,
ইখন দেশৰ দৰে দেশ আৰু নাই।
দামোদৰে ভাগৱত গায়
সৰগ-মৰত য'ত হয় একেঠাই,
ঢোকে ঢোকে পানী খাই
অৰাতিয়ে যি দেশৰ গুণগান গায়;
সিদেশৰ সন্তান, তুমি ভাগ্যৱান
কদম কদম গাই গান
লুইতৰ দৰে হোৱা ধাবমান।

---

# কৰ্মই ধৰ্ম

শৰাইঘাটত হেংদান হাতত
লাচিতে লিখিলে যুগৰ বাণী,
আই কামাখ্যাই দিলে ছটিয়াই
নাচৰ লাচত সোণৰ পানী।

দেৱনাৰায়ণ ধৰি সুদৰ্শন
অশ্বক্লান্তত ৰখালে ৰথ,
যুগদেৱতাৰ কৰ্মৰ আহ্বান
ভেদিব লাগিব দুৰ্গম পথ।

যুগৰ ডম্বৰু বজাব লাগিছে
ভস্মাচলত উমাৰ পতি,
কৰ্মনাশাৰ নেওচি বাধা
ব্ৰহ্মপুত্ৰৰ উদ্দাম গতি।

যোগিনীতন্ত্ৰৰ মোহিনী মন্ত্ৰত
পুষ্পভদ্ৰাৰ মুক্তিৰ গান,
পঞ্চতীৰ্থৰ তুলি পূতৰেণু
হোৱা শক্তিমান, জাগা সন্তান।

হাজোৰ মাধৱ কেদাৰ ভৈৰৱ
পোৱামক্কা বৰ্তমান,
বেউলা-শান্তিৰ মনসা-ভ্ৰান্তিৰ
মৃত্যুঞ্জয় অভিযান।

ৰজাদুৱাৰত বহি ৰুদ্ৰসিংহ
বৰঅসমৰ সপোন দেখে,
অসমৰমণী উপজিবেৱনী
পৰীৰ কাহিনী তাঁতত লিখে।



ৰাতিতেই হয় ৰণৰ কবচ
বোৱনী-শিপিনী চলায় মাকো,
শত্ৰুক ভেটিব দুৰ্জয় শক্তিৰে
বান্ধিব লাগিব শিলৰ সাঁকো।

ধোদৰ আলিত ধৰিলে চালি
নোৱাৰি বুজিব গীতাৰ সাৰ,
মোমাইকটা গড় এই অসমৰ
অসমক মাৰে শকতি কাৰ?

শঙ্কৰী সংস্কৃতি অমূল্য বিভূতি
কৰ জ্যোতিস্মান, গা জয়গান—
মহাত্মা গান্ধীৰ পবিত্ৰ জেউতি
নিদিবি কদাপি পৰিব ম্লান।

ৰাখিব লাগিব পুণ্য স্বাধীনতা
হাতৰ মুঠিত খামোচ মাৰি,
ভেদ-বিভেদৰ শূৰ্পনখাজনী
খেদিব লাগিব চুলিত ধৰি।

পূজিব লাগিব আই লখিমীক
পথাৰে পথাৰে দীপালী পাতি,
কৰিব লাগিব বিদ্যাভৱনত
আই ভাৰতীৰ জ্ঞানৰ খেতি।

এৰিব লাগিব ভোগৰ লালসা
চোৰাংধনৰ পাপৰ বেহা,
চৰিত্ৰ-শোধন অতি প্ৰয়োজন
কৰিব লাগিব নিৰ্মল দেহা।

দশোদিশে উঠে কৰ্মৰ হিল্লোল
নিস্কৰ্মাৰ ঠাই আজি যে নাই,

আলিয়ে-বালিয়ে সোণৰ চেকুৰা
উদ্যোগী পুৰুষে বিচাৰি পায়।
কথাৰ মহলা সোণৰ জখলা
শ্লোগানেৰে আৰু নভৰে মুখ,
প্ৰজা-জমিদাৰ সম অংশীদাৰ
কৰিব লাগিব সমানে দুখ।
প্ৰভু জগন্নাথে শিল্পৰ লগতে
ৰখাব লাগিব দেশৰ নাম,
নাই উচ্চ-নীচ সবে শক্তিশিচ
সেৱাই ধৰ্ম, সেৱাই কাম।
পৰ্বত-ভৈয়াম নাশি খাল-বাম
বান্ধি ল এগছি চেনেহ-ডোল,
কানাইবৰশী শিলৰ বুকুত
'আনন্দ-প্ৰতিভা' জগাই তোল।
চহা খেতিয়ক বিজ্ঞানী শিক্ষক
ৰণুৱা, বনুৱা, পণ্ডিত জ্ঞানী,
জানিব লাগিব মানিব লাগিব
কৰ্মই ধৰ্ম—দেশৰ বাণী।

———

## কামাখ্যা-কবচ

ৰাস্তৱৰ আজি কঠোৰ হেঁচাত
কল্পনা পৰিছে জঁয়,
বাৰিষাৰ বান আহি বাৰে বাৰে
শৰতক খুৱালে ভয়।



শেৱালি ফুলিছে আগৰ দৰেই
হাঁহিত মাধুৰী নাই,
ঘোঁৰাত আহিল দোলাত গুচি গ'ল
আই ভগৱতী আই।
দহিছে পুৰিছে শান্তি-সম্প্ৰীতিৰ
ৰঙা গোলাপৰ পাহ,
কিনো হব আজি দশহৰা পাতি
ৰাৱণ কৰিলে দাহ?
নোপোৱে কদাপি দুস্কৃতি ৰাৱণ
নজ্বলে দুৰ্নীতি-চিতা,
লোভ-খকবোৱে অট্টহাস্য কৰে
নিৰ্যাতিতা শান্তি-সীতা।
বলিয়া দঁতালে জেওৰা ভাঙিছে
পৰিছে শনিৰ দশা,
সাউদৰ ডিঙা টলংভটং কৰিছে
সমুখত কৰ্মনাশা।
বৰো, কাৰ্বি, ৰাভা মিচিং, হাজং, লালুং
সকলোটি অসমীয়া,
বৰলুইতখন উমৈহতীয়া
তাতো গৰাখহনীয়া।
পমুৱা, বনুৱা নেপালী ৰণুৱা
আমি এটা পৰিয়াল,
কুটনীতি আৰু ভেদনীতি মিলি
জাপি দিছে খৰিয়াল।
একেজনা আই আমি ভাই ভাই
আজি কিয় ভাবোঁ পৰ,

কোন শকুনিয়ে পাশতি চলাই
ভাঙিব খুজিছে ঘৰ ?
এডৰা মাটিতে খেতি কৰিছিলোঁ।
ভাগ বাতি লৈছিলোঁ তাকে,
বাহিৰৰ পৰা কাকতিফৰিং
পৰিছেহি জাকে জাকে।

যাউতিযুগৰ বৰনামঘৰ
মাৰলত ধৰিছে ঘুনে,
বিচাৰিছে আজি ৰঙহে মঙহ
ৰক্ষা কৰক ভগৱানে।

সত্যৰ পথত যদিও কণ্টক
তথাপি শেষত ভাল,
অগ্নিপৰীক্ষাত তিষ্ঠিব লাগিব
তুষ্ট কৰি কষ্ট কাল।

কঠোৰ শ্ৰমেৰে নুমাব লাগিব
জঠৰৰ জ্বলাজুই,
তেতিয়াহে মাথোঁ জ'য় পৰি যোৱা
কল্পনা উঠিব শুই।

সাতামপুৰুষীয়া মিলাপ্ৰীতিবোৰ
আনিব লাগিব মাতি,
ৰাখিব লাগিব বুকুৰ মাজত
সুখ-দুখৰ কথা পাতি।

বুজাব লাগিব বুজিব লাগিব
হিয়াৰ তপত উম,
তেতিয়াহে মাথোঁ আপুনি জ্বলিব
দশানন বিয়াগোম।



কল্পনা বাস্তৱ হব একেলগ
কৰি সহ অৱস্থান,
অলক্ষ্মী-অবিদ্যা হ'ক অন্তৰ্দ্ধান
শুনি সংহতিৰ গান।

একেলগে ধৰি হালৰ মুঠিত
কৰোঁ আহাঁ সবে খেতি,
একেলগে লওঁ কামাখ্যা-কৱচ
দেশৰক্ষা মন্ত্ৰ মাতি।

———

# নৰশিৱদ'ল

বিখ্যাত উৰ্দ্দু-কবি ছাৰ মহম্মদ ইকবালৰ কবিতাৰ মুকলি ৰূপান্তৰ।
প্ৰথম বছৰ 'জয়ন্তী'ত প্ৰকাশিত (১৯৩৮ চন)।

শুনা হে ব্ৰাহ্মণ স্বৰূপ বচন
বেজাৰ নেপাবা ভাই,
জীৰ্ণ মন্দিৰত শীৰ্ণ দেৱতাক
কালৰ মামৰে খায়।

নিজৰ মাজতে বিভেদ তোমাৰ
লৈ দেৱতাৰ দীক্ষা,
'ৱায়েজ'বোৰেও পাতে যে কন্দল
ইও নে খোদাৰ শিক্ষা ?

এৰিলোঁ মন্দিৰ* এৰিলোঁ ম'জিদ
ইবোৰ কথাকে জানি,
এৰিলোঁ ৱায়েজ নুশুনো তোমাৰ
পুৰাণৰ পুৰণি বাণী।

* ৱায়েজ = ধৰ্মবক্তা

শিল্পৰ মূৰ্তিতে দেৱতাক তুমি
নিতৌ কৰিছা ধ্যান,
জনমভূমিৰ মৃত্তিকাবিন্দুতে
মূৰ্ত মোৰ ভগৱান।

আহাঁ, আহাঁ ভাই ভেদভাব নাই
তুলি দিওঁ আবৰণ,
পৰ বুলি যাক ৰাখিছোঁ দূৰত
কৰোঁ তাকে আলিঙ্গন।

বহু দিন হন্তে আছে খালী হৈ
প্ৰাণত আবাসভূমি,
গঢ়োঁ আহাঁ তাতে নৱশিৱ'দল
উঠক আকাশ চুমি।

পৃথিৱীত আছে যত তীৰ্থভূমি
তুলনা নহ'ক তাৰ,
সবাতোকে ওখ এই দেউলৰ
স্বৰগত সিংহদ্বাৰ।

মঙ্গল-আৰতি ভকতি-প্ৰণতি
কৰিম সবাই তাত,
সত্যৰ পূজাৰী হ'ম মতলীয়া
প্ৰেমসুৰা-ৰাগী গাত।

ভক্তৰ কণ্ঠত শক্তিৰ আহ্বান
আগত শান্তিৰ ধ্বজা,
প্ৰীতিৰ মাজেদি প্ৰেমৰ সন্ধান
আমি পৃথিবীৰ প্ৰজা।



সত্যই সুন্দৰ সুন্দৰেই শিৱ
শিৱই মঙ্গলময়,
যত জগজীৱ তত সদাশিৱ
আকাশে-বতাহে কয়।

---

# নৱজ্যোতি

নতুন দিনৰ সোণালী পুৱাত
ওলাল ৰাঙলী বেলি,
নৱজ্যোতি তাৰ পৰিল চিটিকি
দিশে দিলে ঢউ খেলি।
দাসত্ব আন্ধাৰ হ'ল চুৰমাৰ
শিকলি সুলকি গ'ল,
স্বাধীন ভাৰত স্বাধীন অসম
জগৎ পোহৰ হ'ল।
পুৰণি কালৰ জাবৰ-জোঠৰ
মনৰ মামৰ-মলি,
উটি-ভাহি যায় হিলদ'ল ভাগি
পৰ্বত পাহাৰ ঠেলি।
আই ভাৰতীৰ পূজামণ্ডপত
জ্বলিছে হোমৰ জুই,
শান্তিৰ বনত গোলাপ ফুলিছে
ৰাজঘাটে দিছে ধুই।
নতুন দিনৰ নতুন পোহৰ
নতুন আশাৰ ছবি,
সমাজবাদৰ সমান ভাগৰ
আজিৰ যুগৰ দাবী।

জ্ঞানৰ তপস্যা নহয় সমস্যা
সবাৰে সমান ভাগ,
ৰাইজেই ৰজা জ্ঞাতিয়েই গঙ্গা
নৰানাৰায়ণ জাগ।

অসমীৰ আশা অসমীৰ ভাষা
চিৰসাধনাৰ ধন,
'শেৱালি তল'ত 'বকুল বন'ত
সাধনাৰ 'তপোবন'।

কৰ্ম-দেৱতাই বাট দেখুৱাই
নিচান উৰাই যায়,
নৱজ্যোতি চাই ব'ল আগুৱাই
ৰবৰ সকাম নাই।

শক্তিৰে ওপচা প্ৰাণগঙ্গা তোৰ
ভাগিছিগি বব পাৰ,
মৰিকলঙত জীয়া জীৱনৰ
ৰূপালী সুতিৰ ধাৰ।

বিঘিনি উৰাই মেদিনী কঁপাই
সংহতিৰ ঐক্যতান—
জননীৰ জয় হবই নিশ্চয়
নতুন দিনৰ গান ॥

---

# কইনাধৰাৰ সুৰ

(১)

লাচিতৰ গড় হয় একেটা ৰাতিত,
নোৱাৰে সোমাব শত্ৰু দেশৰ মাটিত।
নাচিছিল হেংদান সমৰথলীত,
পৰিল মোমাইবলি পূজাৰ বেদীত।
শ্ৰান্তি নাই, ক্লান্তি নাই শৰাইঘাটীৰ,
পৰাভৱ ৰামসিংহ মান্ধাতা-নাতিৰ।
মোগলৰ দৰ্পচূৰ্ণ হ'ল অভিনয়,
অসম অসম হই থাকিল নিৰ্ভয়।
ধোদৰ মানুহ কৰি ৰজা গদাধৰ,
বন্ধালে ধোদৰ আলি যাউতিযুগৰ।
দেখিলে সপোন ৰুদ্ৰ বৰঅসমৰ,
গৌৰৱৰঞ্জিত পানী বুঢ়া লুইতৰ।
অসমৰ ৰাজধানী এৰি মেঘালয়,
দিছপুৰ পাই দিলে লাচিতৰ জয়।
মূৰ তুলি চন্দ্ৰপুৰে দাঙিছে ওৰণি,
অচিৰতে ৰাজধানী গিৰিদুৰ্গৰাণী।

(২)

উলটি আহিল পুনু হেৰোৱা অতীত,
কৰ্মই যুগৰ ধৰ্ম, আজিৰ লাচিত।
সেয়ে আজি অচিনাকি কইনাধৰাত,
মহাপূজা, মহাযজ্ঞ, ভাৰতবিখ্যাত।
ৰাতি-দিন নাই চিন—কৰ্মৰ তুফান,
ময়দানৱেও আহি দিলে যোগদান।
পথাৰ নগৰ হ'ল অসাধ্য সাধন,
পৰ্বতৰ মূৰ কাটি সুৰম্য ভৱন।
জৱহৰনগৰত ত্ৰিৰঙ্গ নিচান,
বন্দে মাতৰম ধ্বনি উঠে জয়গান।

মুখৰিত পঞ্চতীৰ্থ শঙ্খ-নিনাদত,
পবিত্ৰ ভাৰততীৰ্থ প্ৰাগজ্যোতিষত।
উজাই আহিছে আজি জাহ্নৱী-যমুনা,
বশিষ্ঠ-গঙ্গাত মিলি ত্ৰিবেণী-মোহনা।
আঠকন্যা সংস্কৃতিৰ গাঁথি হেমহাৰ
নিবেদিছে ভাৰতীক নৈবেদ্য-সম্ভাৰ।

( ৩ )

এই দেশ অসুৰৰ আৰু দেৱতাৰ,
আজি তাত মানুহৰ পূৰ্ণ অধিকাৰ।
মানৱতন্ত্ৰত নাই কোনো সৰু-বৰ,
জনতাই জনাৰ্দন পুত্ৰ অমৃতৰ।
কইনাধৰাৰ সুৰ লক্ষ বিহুৰৰ,
কইনাধৰাৰ সুৰ শ্ৰীকৃষ্ণ-কৰ্ণৰ।
কইনাধৰাৰ সুৰ কামাখ্যা-শক্তিৰ,
কইনাধৰাৰ সুৰ ভাস্কৰ-দীপ্তিৰ।
কইনাধৰাৰ সুৰ গুৰু শঙ্কৰৰ,
কইনাধৰাৰ সুৰ গান্ধী মোহনৰ।
কইনাধৰাৰ সুৰ চিলা-লাচিতৰ,
কইনাধৰাৰ সুৰ জয়া-কনকৰ।
কইনাধৰাৰ সুৰ ঐক্য-প্ৰগতিৰ,
কইনাধৰাৰ সুৰ মানৱ-মুক্তিৰ।
কইনাধৰাৰ সুৰ সমাজবাদৰ,
কইনাধৰাৰ সুৰ জনকল্যাণৰ।
কইনাধৰাৰ সুৰ মহাভাৰতৰ,
কইনাধৰাৰ সুৰ মহামিলনৰ।
কইনাধৰাৰ সুৰ ভাৰতী পূজাৰ,
হেমন্তৰ ভক্তিভৰা ষোড়শোপচাৰ। ১৯।১১।৭৬

: ঐক্যতান সমাপ্ত :

# কাহ্নংদী :

## কৰ্ণধাৰ শ্ৰীমন্ত শঙ্কৰ

শ্ৰীমন্তৰ দেশ আজি মৰামুৰা হ'ল,
ভোগালী-ৰঙালী গ'ল, কঙালীহে ৰ'ল।
নেপাওঁ সহঁাৰি তাত জীয়ামানুহৰ,
শুনো মাথোঁ টকচালি ভূত-পিশাচৰ।
আহলবহল নাই বৰনামঘৰ,
সোলোকঢোলোক হ'ল বান্ধ সমাজৰ।
লৰিল ধৰ্মৰ খুটি ন্যায় বিচাৰৰ,
লৰকফৰক কথা হৰিভকতৰ!
দুবেলা দুমুঠি ভাত নপৰে পেটত,
তথাপি তেৰটা পৰ্ব বাৰটা মাহত।
'দিবস' 'পষেক' কত সঘনে পালন,
'ম'হখেদা' গীত গাই মহ-বিতাড়ন।
জীৱন-যুঁজত নাই আগফালে স্থান,
তথাপিতো টিংখোপত দন্ত-হনুমান।
বিদ্যাভৱনত নাই সৰস্বতী আই,
অলক্ষীয়ে, অবিদ্যাই দেশ খুলি খায়।
দুগ্ধকণ্ঠ বালকেও ৰত্নাৱলী পঢ়ে,
সন্ত-মহন্তই শুনি হৰি হৰি কৰে।
খেতি নাই, মাটি নাই, নাই ধন-ধান,
সংস্কৃতিৰ মাজুলীত বাৰমাহী বান।

কাকতিফৰিংজাক, গৰাখহনীয়া,
সত্ৰৰ পাচনি-মেধি খুদমগনীয়া।
কপাহী-বিলাহীহঁতে পিন্ধে ফটাকানি,
দুৰ্ভগীয়া দুখুৰামে টোকে চকুপানী।
যিমানে হাঁহিছে শিশু মাকৰ কোলাত
সিমানে বহিৰাগত বাঢ়ে অসংখ্যাৎ!
আলোচনা-চক্ৰবোৰ ঘূৰে অবিৰাম,
হ'ক বা নহ'ক কাম লাগে কিন্তু নাম।
কথাৰে নিৰ্মূল জাত, বৰ্দ্ধিত কামত,
মেলিছে চিৰালফাট সমগ্ৰ দেশত।
তেজপিয়া মহাজন, চোৰাংবেপাৰী,
দুৰ্নীতিৰ কৃষ্ণ-বেহা আটোমটোকাৰি।
দুষ্কৃতিয়ে হালিজালি নাচে চুলি মেলি,
বিভেদৰ শকুনিয়ে হাঁহে পাশা খেলি।
শূৰ্পনখা-পুতনাই বিলায় প্ৰসাদ,
অঘাসুৰ বকাসুৰে দিয়ে জিন্দাবাদ।
এইদৰে নোৱাৰিব ৰব দেশখন,
মহিষৰ দৰ্পচূৰ্ণ অতি প্ৰয়োজন।
সেয়েহে চলিছে পৰ্ব অনুশাসনৰ,
আজি যে ধোদৰ আলি হ'ল ভাঙিবৰ।
দেৱালত লিখা আছে যুগৰ জাননী,
কৰ্মযোগ, জ্ঞানযোগ গীতাৰ শিকনি।
মহাত্মাৰ নৌকাখনি, বঠা ইন্দিৰাৰ,
শ্ৰীমন্ত শঙ্কৰ স্তৰ, হোৱা কৰ্ণধাৰ।

———

# তেসত্তৰৰ সকীয়নি

: জৰুৰী অৱস্থা আইনৰ আগৰ :

আহে ছাব্বিছ জানুৱাৰী—
কিয় এই পবিত্ৰ দিনত
আগৰ নিচিনা কৰি
আনন্দই নিদিয়ে সহাঁৰি?
ভোকাসুৰে বকাসুৰে অট্টহাস্য কৰি
দিশে দিশে দিছে নাকজাৰী।
হুতাশন উঠিছে হুঙ্কাৰি
খাণ্ডৱৰ তাণ্ডৱ বিস্তাৰি।
উৰ্দ্ধমুখী মুল্যবৃদ্ধি জন্মায় ব্যাঘাত,
বিক্ষোভৰ তাপমাত্ৰা বাঢ়িছে ক্ৰমাৎ।
নিৰ্বাচনে মানুহক কৰে খকমল,
দলাদলি উৎকট, দেশ ৰসাতল।
ভোটবোৰ ভূত হ'ল,
লোভ-খক কন্দলৰ বাঢ়িল দখল।
বিবেকৰ ৰাজ্য সঙ্কুচিত
সত্যনাৰায়ণ হ'ল লাঞ্ছিত বঞ্চিত।
লাল জিভা দেখি লালসাৰ
সন্ত-সাধু কৰে হাহাকাৰ।
অন্নপূৰ্ণা কাঙালিনী হই
'কিউ' পাতে দোকানত গই।
শকুনিয়ে মাৰে কাঠহাঁহি
গুদামত বস্তু যায় জহি।
সৃষ্টি হয় ভুৱা অনাটন,
চলি আছে কুবেৰৰ বেনামী শাসন।

ভেজাল পূজাৰী আজি নেতাও ভেজাল,
ভেজালত ভিজা দেশ, পণ্য গেলামাল।
লাই পাই যমদূত উঠিছে মূৰত
তথাপি ভেজালে নাচে ভোকত-খকত।
আটা নাই, চেনি নাই, নাই আৰু নাই,
কাগজখিলায়ো কান্দে কৰি হায় হায়।
দাল্‌দা আল্‌দা হ'ল চকুৰ আঁৰত,
নেজানো পৰিছে কাৰ গোপন প্ৰেমত।
চোৰাংচালানী ফুৰে আঁৰে আঁৰে ঘূৰি,
দুৰ্নীতিৰ শৰণীয়া চৰ্কাৰী বেপাৰী।
মলুৱা বান্দৰে আজি দেশ গ'ল ভৰি,
ৰক্ষক ভক্ষক হয়, তক্ষক চন্তৰী।
অসহায় বিবস্ত্ৰ বিদুৰ,
লালকিল্লা—সিও বহু দূৰ।
পোৱাবোৰে আৰু বেছি পায়,
নোপোৱাৰ কিন্তু একো নাই।
আঁচনিৰ আঁৰে আঁৰে দুৰ্নীতিয়ে নাচে,
নাককাটী শূৰ্পনখা ফুৰে পাছে পাছে।
ৰাৱণৰ নাড়ী আহি পৰে গছে গছে,
নিঠৰুৱা থলুৱাই চকুপানী মচে।
কামৰূপী কামধেনু, আনে দুগ্ধ খায়,
পনীয়া সোণৰ কোনে সিংহভাগ পায়?
বিভেদৰ নাট, তাতে হিংসা-হাট
তেজেৰে ৰাঙলী হ'ল গুৰ্জৰ-কৰ্ণাট।
মহাৰাষ্ট্ৰ কৰে ৰক্তস্নান,
আলিগড় অগ্নিগড়, লক্ষ্ণৌত তুফান।



ওৰেঘাতো ভোটৰ বজাৰ
ৰথযাত্ৰা জৰীযুজ চলে ক্ষমতাৰ।
তেল-বীমা, বিমানতো চলে অত্যাচাৰ,
লাল ঝাণ্ডা, দাণ্ডাবাজী, শ্লোগান ডেধাৰ।
এয়ে নেকি ৰামৰাজ্য সোণৰ ভাৰত
মাজনিশা কান্দে কোনে মনৰ দুখত?
কলুষিত যেতিয়া চৰিত্ৰ
পাৰে জানো তিষ্ঠি ৰব
স্বাধীনতা পৰম পৱিত্ৰ?
দেখা পাই হিংসাৰ প্লাৱন,
বুদ্ধ-খৃষ্ট মুদিলে নয়ন।
ৰাজঘাট হ'ল অচেতন,
কেনি গ'ল মহাত্মা মোহন?
শান্তিবন শূন্যত লুকাল
নিদাঘত গোলাপ শুকাল।
নীৰৱ দৰ্শক হৈ থাকিবা কিমান
নাহিবা নে আগবাঢ়ি মাতৃৰ সন্তান?
ধোদৰ আলিত বহি থাকিলে নহব,
শ্ৰীকৃষ্ণৰ কৰ্মযোগ পালিব লাগিব।
তুলি লোৱা মহাত্মাৰ অহিংসা-সংহিতা,
নিপীড়িতা নিৰ্য্যাতিতা জয়লক্ষ্মী সীতা,
দুষ্কৃতিৰ ৰাৱণ মৰক, সংস্কৃতিৰ পদুম ফুলক।
মাঘৰ বাঘৰ বল, ছহিদৰ হাড়
স্বাধীনতা উল্লাসিতা, দেশ তোলপাৰ।
ত্ৰিৰঙ্গ পতাকা উৰে আকাশ বিদাৰি
আজি যে ছাৱিছ জানুৱাৰী॥ ২৬।১।৭৩

———

# ৰণৰ বিহু

ঃ ৬২ চনৰ চীনা-যুদ্ধৰ বেঁঙনি ঃ

এইবেলি বহাগী তেজেৰে ৰাঙলী
তুলিছে ৰণৰে ৰোল,
পলাশে-মঁদাৰে ৰঙাকৈ সজালে
নেলাগে জেতুকা বোল।

এইবেলি বহাগী সোণশিৰি পাৰতে
বজালে ৰণৰে পেঁপা,
বিহুৱা ডেকাই ৰণুৱা সাজেৰে
বন্দুকত মাৰিলে টিপা।

এইবেলি বহাগী ছিৰিলুইততে
বুৰ দি ধৰিলে শিহু,
উৰ্জনি-নামনি দিছে হৰিধ্বনি
পাতিছে ৰণৰে বিহু।

এইবেলি বহাগী দেওধনী উঠিছে
ভৰলী মেলিছে চুলি,
কপৌফুল এৰি জবাফুল পিন্ধিছে
ভাৰতীৰে জয় বুলি।

এইবেলি বহাগীৰ মাদল মাদলী
পাগ্‌লাদিয়াৰ ভঠেলি,
পাৰধ্বজাৰ কাষতে ত্ৰিৰঙ্গ ধ্বজাকে
ৰাখিছে ওখকৈ তুলি।



এইবেলি বহাগী নাচনী ৰূপহী
নাচত জুইফুল ফুলে,
বুঢ়া লুইতৰ শীতল বুকতো
ৰণৰ অগনি জ্বলে।

এইবেলি বহাগী ৰাংঢালী ৰণঢালী
পাগলী ৰণৰ চিলা,
বুঢ়া হিমালয়ে বৰপীৰা পাৰি
উদঙাই দিছে কোলা।

এইবেলি বহাগী বাউলী বতাহী
দেহত তৰণী নাই,
বনঘোষা এৰি ৰণঘোষা জুৰিছে
ফুৰিছে চৌদিশে গাই।

এইবেলি বহাগী আই ভাৰতীৰ
ৰণৰঙ্গিনী জী,
বিমানত চৰিছে কামানত উৰিছে
ঢোকে ঢোকে মদিৰা পি।

এইবেলি বহাগী শৈলশিখৰিণী
ললে সীমান্তৰ ভাৰ,
টকা-পেঁপা-ঢোল হিলৈৰ হিল্লোল
হৈ গ'ল একাকাৰ।

এইবেলি বহাগী নৃমুণ্ডমালিনী
লগত যোৱান বীৰ,
পিত পিত কৰি ফুৰিছে বিচাৰি
শনাহী শত্ৰুৰ শিৰ॥ ১৯।৪।৬৩

—— –

# ৰাঙলী বৰদৈ

**: ২য় পাক-ভাৰত যুদ্ধৰ ৰেঙনি :**

এইবাৰ বৰদৈ তেজেৰে ৰাঙলী
বাজিছে প্ৰলয়-বাঁহী,
অশান্ত ধৰাত দৈত্য-দানৱৰ
ধ্বংস-লীলা, অট্টহাঁহি।

স্বাধীনতাপ্ৰেমী বীৰ নৰ-নাৰী
খেলিছে তেজৰ হোলি,
আকাশে-বতাহে ৰঙা জিভা মেলি
জুই যে উঠিছে জ্বলি।

ৰঙা পলাশৰ ৰঙা মঁদাৰৰ
ৰঙা পদুমৰ পাহ,
মন-জুইবোৰ ৰণ-জুই হই
কৰিছে খাণ্ডবদাহ।

মুক্তিমতলীয়া ৰণমতলীয়া
মৰণবিজয়ী দল,
খোজৰ ভৰত ধৰা টলবল
ৰক্তগঙ্গা কলকল।

বিশ্বনিয়ন্তাৰ সুন্দৰ সৃষ্টিত
অসুন্দৰে ললে ঠাই,
ক্ষমতা-খকত আসুৰী-ভোকত
মানুহে মানুহে খায়।

উৰিছে বিমান গাজিছে কামান
তেজৰ তুফান বয়,



পাগলী বৰদৈ নাচিছে তাধৈধৈ
ৰণৰ দেওধনী হৈ।

আগৰ বৰদৈ নহৱ আজি তই
পাৰ হৈ গলি সীমা,
মৰমো এৰিলি ধৰমো এৰিলি
হাতত বাৰুদ-বোমা।

শৰাই ভৰা মান পালি গুৱা-পাণ
লভিলি সাতোটি সেৰ,
আজি কিয় তই ৰণচণ্ডী হই
সলালি নাচৰ ছেও ?

মানুহে এৰিলে দেৱেও এৰিলে
ৰাক্ষসে ধৰিছে মান,
গুচি যা বৰদৈ, নিদিওঁ চিৰা-দৈ
তেজত কৰিছ স্নান।

---

# টোকোনা বিহু

নাচৰ বিহু নেলাগে, আজি
ভাতৰ বিহু লাগে,
অন্নপূৰ্ণাৰ শূন্য ভাণ্ডাৰ
লখিমীয়ে ভিক্ষা মাগে।

ৰাজঘাটত শান্তিৰ বনত
অশান্তিৰ বতাহ বলে,
ভোক-পিয়াহত বিহুকুঁৱৰীৰ
জঠৰত জুই জ্বলে।

যত ল'ৰা-ডেকা গেষ্ট্ৰিকত বেঁকা
ডাঙৰীয়া দিগম্বৰ,
জেতুকী কেতেকী পৰিছে চিটিকি
নাচনীৰ উঠিছে জ্বৰ।

কঁকালত আজি নাই কাৰো বল
হেঁচা মাৰি ধৰে ৰাহু,
খেতিৰ মাটিত বাৰমাহী বান
কিদৰে পাতিম বিহু ?
পানীৰ তলৰ কান্দে সংস্কৃতিয়ে
মাজুলীত অথন্তৰ,
চাৰিসত্ৰীয়াই পালনাম গায়
ৰক্ষা কৰা দামোদৰ।



ময়ূৰপঙ্খীৰ ডেউকা ভাঙিছে
গছৰ গুটিও ধেনা,
চেনেহৰ সঁফুৰা হ'ল ঘুণে ধৰা
তাঁতত লাগিছে কেনা।
বিহুৱতী চৰায়ে বিহু বিহু কৰি
বিহুকে বিচাৰি ফুৰে,
বিহুতাইঁতৰ কঁকাল পৰিছে
নাচৰ পখিলা নুৰে।

ভাওনা-সবাহ চিনেমা-প্ৰবাহ
সাধনাৰ ঘৰত শূন্য,
লেলাইধেন্দাই আছোঁ যে জীয়াই
পূৰ্বজনমৰ পুণ্য।
বিহু আহি আজি বিহুহে যাচিছে
ৰঙালীৰ নাই ৰং,
দেশ শুকাল জাতিও শুকাল
বৰদৈৰ উঠিছে খং।
ধোদবোৰ হ'ল পথালিকো মোৰা
নিস্কৰ্মাবোৰেই ভীম্
টোকোনা বিহুত একো নাইকিয়া
কাকনো কিটো দিম ? ১৪।৪।৭২

---

## হতশ্ৰী বিহুতী

যদিও ধুনতী লাহতী বিহুতী
দেহত জেউতি নাই,
কোটৰত চকু হাড়ে ছালে বুকু
উজুটিত পৰি যায়।
শনাহীমখাই লুটিপুটি খায়
যিখিনি ভাগৰ ভাত,
হতছিৰি হোৱা বিহুতীজনীৰ
নোলায় মুখৰ মাত।
আহিছে উলাহী চ'তাই-বহাগী
বিহু বাৰু কেনি গ'ল,
নাই দৈ-চিৰা নাই ডুখৰি পীৰা
বিহু আজি বিহ হ'ল।
বান-ব্ৰহ্মখৰ শত অথন্তৰ
কুপিতা লখিমী আই,
পলাশৰ জুই জ্বলে জঠৰত
বিহুৱাৰ খাবলৈ নাই।
চোৰাংবেপাৰী ফুৰে চল চাই
তেজপিয়া মহাজন,
জেতুকাজনীও পোটোকা পৰিছে
আমনজিমন মন।



কেতেকী কদমী পহুমীহঁতৰ
খোপা বজাৰত পায়,
নাই ফুটাকড়ি কিনে কেনে কৰি
সৰুতে মৰি গ'ল আই।
ভোগদৈ শুকাল ৰহদৈ ঢুকাল
তবাদৈয়ে ললে পাটী,
হুচৰিৰ সতে বিহু-ডাঙৰীয়া
আহি গুচি গ'ল ৰাতি।
বাৰিষা বান খৰালি শুকান
ঘোলাকণী কপালত,
বৰদৈ বিহুতী আজি সকলোটি
আশ্ৰয়ৰ শিবিৰত।
যিখন দেশত সোণালী দিনত
ধোদে বান্ধিছিল আলি,
সিখন দেশত নহব নে পুনু
সৌভাগ্যৰ ফেঁহুজালি ?
কিয়নো নহব আহিব লাগিব
সুদিনৰ সুপ্ৰভাত,
হতছিৰি হোৱা বিহুতীয়ে পুনু
লভিব শকতি গাত। ১৪।৪।৭৩

---

# হৰ-গৌৰী সংবাদ

**: চাউল-কীৰ্তন :**

শুনা জন্মেজয়　　　মহাভাৰতৰ
　　অমৃত সমান কথা,
চাউলৰ দেশত　　　আউল লাগিছে
　　'কিউ' কৰে বুঢ়া-মেঠা।
মহাদেউৰ খেতি　　　যান্ত্ৰিক পদ্ধতি
　　নিগমে পাতিছে পাম,
তাল-বেতালে　　　হিচাপ কৰি চালে
　　কিলোত কিমান দাম।
পথাৰে পথাৰে　　　লক্ষ্মীয়ে হাৱা খালে
　　নাচিলে বিজয়া-জয়া,
ঢেঁকীযানত উঠি　　　প্ৰচাৰ আৰম্ভিলে
　　ডঙুৰা নাৰদভায়া।
নন্দীয়ে-ভৃঙ্গীয়ে　　　চপালে ফচল
　　ভৰি গ'ল পণ্যাগাৰ,
বিষয়া আহিল　　　গাদীত বহিল
　　কুবেৰক বহিষ্কাৰ।
বহু কুইণ্টল　　　সংগ্ৰহৰ ধান
　　হ'ল গুদামত জমা,
নিজেতো খাবই　　　আনকো খুৱাব
　　নাই উলাহৰ সীমা।
সমবায়বোৰে　　　খেলে তাইবাই
　　শিৱৰ নামকে গাই,
দোকানী-পোহাৰী　　　বোলে হৰি হৰি
　　ধানবোৰ মেৰে খায়।



গণেশ পেটাল　　　বান্ধৱ ডেজাল
　　ঘৰতে আছিল বহি,
এন্দুৰক দিলে　　　সেন্দূৰ পিন্ধাই
　　শুড়ৰ তলত হাঁহি।

গণেশবাহিনী　　　হ'ল অগ্ৰগণী
　　সিন্ধি খান্দি ভঁৰালত,
ধান-চাউলবোৰ　　　নিলে উলিয়াই
　　দিলে ক'লা বজাৰত।

বোম বোম কৰি　　　ৰ'ল মহাদেউ
　　হিচাপৰ খাতা চাই,
ৰবিশস্যবোৰ　　　শনিশস্য হ'ল
　　পথাৰত পানী নাই।

পাৰ্বতী গোসাঁনী　　　আখলত বহি
　　খাপ দি থাকোঁতে যায়,
নন্দীও নাহিল　　　ভৃঙ্গীও নাহিল
　　টেকেলিত খুদকণ নাই।

সিংহ-বলধৰ　　　উঠে ভোক-জ্বৰ
　　ম'ৰা-কেঁচা পাৰে পাত,
বুলিলে সবাই　　　ভাত দিয়া আই
　　নোলায় মুখৰ মাত।"

ডাকিনী-যোগিনী　　　জুৰিলে ৰাগিনী
　　লেন ধৰি বাহিৰত,
দেখি অনাহাৰ　　　লাগে হাহাকাৰ
　　অন্নপূৰ্ণা-মন্দিৰত।

উঠি গৈ দেৱীয়ে ভঁৰাল খুলিলে
দেখিলে হৰণলুকি,
একোৰে একোটো নাইকিয়া তাত
খণ্ডতে উঠিল জকি ।

শিৱৰ কাষ পাই চকু টেলেকাই
দেখুৱাব খুজিলে মজা,
"এইসোপা খেতি কৰিলা পশুপতি
তথাপি মুখত গাজা ?"

কুপিতা ভৱানী চকুত অগনি
ভোলানাথ নিৰ্বিকাৰ,
ঘেৰাৱে ঘেৰিলে তথাপি নেৰিলে
শ্মশানৰ অধিকাৰ ।

চকু দুটা মেলি পিৰিকপাৰাক
কলে তেওঁ গহীনাই —
"সকলো আছিল সকলো যে আছে
কিয় গম লোৱা নাই ?"

ভঁৰালত নাই কিনো কথা তাত
কণ্ট্ৰলৰ দোকানত পাবা,
জনমুৱী চাউল পাঁচশত গ্ৰাম
তাকে বান্ধিবাঢ়ি দিবা ।

চাউলতে পাবা ভুচি-মলি তুঁহ
হংস-বৃষভৰ দানা,
সকলো প্ৰাণীতে সমদৃষ্টি কৰি
বিলাবা, বনাবা খানা ।



শাস্ত্ৰৰ বচন কুকুৰ শৃগাল
গৰ্দভৰো আত্মা ৰাম,
পতিৰ কথাতে আস্থা ৰাখি সতী
কৰিবা সকলো কাম ।

কৈলাশত নাই বৈকুণ্ঠত আছে
চাউলৰ বিকল্প ঘেঁহু,
আহিলে চালান পাবা পৰমান
নেথাকে কঙালী বিহু ।

শিৱৰাত্ৰি পাতি প্ৰতিদিনে মোক
খুৱাবা ভাঙৰ লাৰু,
মহাকালী হৈ বিপ্লৱ নানিবা
তাকেহে খাটনি ধৰোঁ ।

নেথাকে সদায় এই পৰিস্থিতি
আপদ নানিবা মাতি,
সঙ্কট কালত ধৈৰ্য্যই আহুদী
পুৱাব দুখৰ ৰাতি ।

দুষ্কৃতিদলন চৰিত্ৰ শোধন
আজি অতি প্ৰয়োজন,
তুমিয়ে গোসাঁনী শিৱানী কল্যাণী
জিনিব লাগিব ৰণ ।

বিক্ষোভ-মহিষ বধিব লাগিব
হাতত ত্ৰিশূল ধৰি,
তোমাৰ শক্তিৰে মই শক্তিমান
জানিবা নিশ্চয় কৰি ।

গণদেৱতাক আনিব লাগিব
শান্তিৰ বাটেদি তুমি,

দানৱ অসুৰ হলে মৰিমূৰ
নিষ্কণ্টক দেৱভূমি।
জোলোঙাত মোৰ কাৰ্ফুকো ৰাখিছোঁ
দৰ্কাৰত দিম মেলি,
কেম্বেল হাঁহ পাৰ-পঠা-মহ
লবা তুমি পূজা-বলি।
পুত্ৰ গজানন বিঘ্নবিনাশন
চস্তালি ৰাখিবা তাক,
ক'লা বেপাৰীৰ ভেজালকাৰীৰ
পূজা খাব দিবা হাক।
বাহিৰত শক্ৰ ভিতৰত শক্ৰ
আছে দশোদিশে বৈ,
কাৰ্তিক পুতাই থাকিব সদায়
জাগ্ৰত প্ৰহৰী হৈ।
ক্ষুধা অনশন বিধি নিবন্ধন
নকৰিবা হাহাকাৰ,
ভুৰা অনাটন মানব স্ৰজন
হব সি যে দুন্দামাৰ।"
শিৱ নিগদতি শুনিয়োক সতী
"আগম-নিগম সাৰ,
লেলাইধেন্দাই ৰব জীৱকুল
আয়ুসত চাউল যাৰ।
হেন জানি তুমি ক্ৰোধ পৰিহৰি
অন্নপূৰ্ণা ৰূপ ধৰা,
আঁউসী গুচক পূৰ্ণিমা আহক
চাউল-কীৰ্তনকে কৰা।" ১।৩।৭৩

---

# বেংক-কীৰ্তন

কিদৰেনো লিখোঁ বেংকৰ কবিতা
লক্ষ্মীৰ 'কেপিটেল' নাই,
দিছে সৰস্বতী সৰু 'ডিপজিট'
পেটে-ভাতে আছোঁ খাই।
বেংকৰ পুজিৰ 'বোৱতী সুতিৰ'
ছুটা নলা পুখুৰীৰ,
এটাৰে সোমায় এটাৰে ওলায়
'নিজ মনি' থাকে স্থিৰ।
অলপ আৰ্জন অধিক ভগন
জমাৰ ঘৰত শূন্য,
ভাৰতীক পূজি পাৰিছোঁ সাঁচিব
হয়তো কিঞ্চিৎ পুণ্য।
মইতো নহওঁ অৰ্থনীতিবিদ
অনৰ্থত যায় দিন,
নিমিলা অঙ্কৰ হিচাপ সদায়
ধাৰে ঘিউ খোৱা চিন।
তথাপি কদাপি নিজৰ কথাকে
ভাবিলে নহয় ভাল,
যুগৰ লগত সঙ্গতি মিলাই
বজাব লাগিব তাল।
অসম দেশত নাই কোটিপতি
লাখপতিৰেই বল,
মোৰ দৰে বহু আছে হাজৰিকা
বৰ্ষফল ৰসাতল।

হক বা নহক বেংকৰ নামতো
বচিলোঁ কবিতা এটি,
কিজানি দহৰ কাণ স্থত পৰে
পাঠকেও পায় জুতি।

মাটিত তলত ধন পুতি থোৱা
দিন আৰু আজি নাই,
ধনগুলৈবোৰে চাটিফুটি কৰে
দিনৰ পোহৰ পাই।

আজিৰ বেংকৰ মহিমা অপাৰ
তাতে জমা ধন-ধান,
বেংকতে আগম বেংকতে নিগম
বেংকতে লক্ষ্মীৰ স্থান।

বেংক চকীদাৰ ৰাতি চাইদাৰ
গৃহস্থ টোপনি যায়,
চোৰ বপুৰাৰ লাগে হাহাকাৰ
চন্দুকত টকা নাই।

'ছাইলক'বোৰে হায় হায় কৰে
টকাৰ পো-নাতি মৰে,
কাবুলীৰ দাণ্ডা দূৰতেই ঠাণ্ডা
বেংকে বাট ভেটি ধৰে।

তলে তলে চলে বসুমতী-বেংক
দুৰ্নীতিৰ জুৱাচুৰি,
চোৰাং বেপাৰ চোৰাং চালান
দুষ্কৃতিৰ বাহাদুৰি।



ব'গা বজাৰত ক'লা বজাৰত
বেংকেই যোগায় ধন,
সঞ্চয়-পু জিত ভাগ্যৰ 'লটাৰী'
মন হয় উচাটন।

বেংকেই যোগোৱা 'ক'লা মনি' লই
ক'লা চাহাবৰ মেম,
'ক'লা বজাৰত' 'নাইট ক্লাবত'
খেলে বোলে 'ফাউল গেম'।

নিবনুৱা বাঢ়ে ভোকাতুৰ বাঢ়ে
বস্তুৰ জুই-ছাই দাম,
বেংকৰ জহত কৰ্মৰ সংস্থান
হাঁহ-কুকুৰাৰ পাম।

ক্ষুদ্ৰ বাথানত কামধেনু চৰে
খীৰতী বিলাতী গাই,
উদ্যোগী পুৰুষে বেংকৰ কৃপাত
লক্ষ্মীক বিচাৰি পায়।

আৰু আছে শুনা বেংকৰ কালিকা
কলেও নপৰে ওৰ,
বেংকতেই আছে যমৰো দুৱাৰ
হত্যাকাৰী, জুৱাচোৰ।

কৰ্মহীনক কাম নিৰ্ধনক ধন
দিয়ে সত্যনাৰায়ণ,
'অট ৰিক্সা' চলে 'ৰবি-শস্য' ফলে
বেংক হয় মহাজন।

ভাগ্যৰ দুৱাৰো বেংকে মেলি দিয়ে
জ্বলোৱা কৰ্মৰ চাকি,

বেংকত শৰণ লোৱা সাধুজন
নিদিবা মাথোন ফাঁকি।

মহাদেউৰ ধন কুবেৰ ভঁৰালী
পণ্যাগাৰ, ৰত্নাগাৰ
আজিৰ যুগৰ সমাজবাদৰ
বেংকে পিন্ধে কণ্ঠহাৰ।

---

# মঙলদৈৰ উৰুলি

উৰুলি দিয়া আয়তী! ৰূপকুঁৱৰীৰ বিয়া,
মঙলদৈ মহাদৈ উলাহে ওপচা হিয়া।
'কালিৰাম' গালে নাম, 'আনন্দ' বজালে বেণু,
ভাহি আহে বতাহত অতীতৰ স্মৃতিৰেণু।
দৰঙী ৰজাৰ বংশ— আছে 'ৰাজবংশাৱলী',
কত কথা, কত ব্যথা, উমি উমি উঠে জ্বলি।
বেউলা যদিও নাই, আছে সেই পুণ্যস্মৃতি,
চেনেহী ভাষাৰ আছে কৰ্মনাশাত লটিঘটি।
তুলি ললে 'মুক্তেশ্বৰে' মনসাৰ অভিশাপ,
মৰায়ো জীৱন পালে—অদ্ভুত বাপৰে বাপ।
স্বৰ্গদেউ, ডাঙৰীয়া, পুৰণি সমাজ গ'ল,
পুৰণি ভেটিতে আজি নতুনৰ জয়দ'ল।
পুৰণি পুৰুষ গ'ল, নতুন পুৰুষে আজি
কৰে নৱ আয়োজন নতুন বেশেৰে সাজি।
'ছাহে বাজাৰ' উজেনিত লাগিছে হেন্দোলদোপ,
জাকে জাকে খাৰবীয়া, ভাৰবীয়া গঙাটোপ।



হাবি নাই, পহু নাই, আছে কিন্তু দলগাঁও,
ছিপাজাৰ চমজদাৰ ধিনিকিধিন্দাওদাও।
খাৰুপতীয়াই দিছে খাৰুমণি অলঙ্কাৰ,
কুমলীয়া ছহিদৰ দিছে দধীচিৰ হাড়।
ওদালগুৰিয়ে দিছে 'বাহাদুৰ' বৰওজা,
টংলাই টঙালি বান্ধে, 'চহৰীয়া' ললে বোজা।
সংস্কৃতিৰ শঙ্খধ্বনি কৰে দেৱ 'নাৰায়ণ',
'লালন' পালন কৰে ভোকাতুৰ জনগণ।
ওৰেষাৰ 'পাণিগ্ৰাহী' মহাপ্ৰসাদ বিলনীয়া,
সাহিত্যৰ ৰথযাত্ৰা জৰীত ধৰি বল দিয়া।
'ভবানন্দ' ৰচে আহি পুষ্পহাৰ কবিতাৰ,
বুঢ়ালুইতৰ পাৰ, হ'ল আজি তমস্কাৰ।
শিক্ষাৰ 'তালুক' হ'ল প্ৰদৰ্শনী মহামেলা,
'হৰেন্দ্ৰ' বীৰেন্দ্ৰ হৈ জ্ঞানৰ দুৱাৰ খোলা।
'সদানন্দ' কৰে পাঠ বুৰঞ্জীৰ মহাবাণী,
হনুমন্তে মাৰে জাঁপ, কঁপে সাগৰৰ পানী।
'মুনীনে'ও মাৰে আহি আলোচনা-চক্ৰবাণ,
চুলি মেলি দেওধনী নাচি নাচি হায়ৰাণ।
'লক্ষ্মীনাথ', 'ৰামচন্দ্ৰ', বেলি নকৰিবা আৰু
হাত মেলা লাগে যদি মামনিৰ মলা-চৰু,
'তপেশ্বৰ', 'দীনেশ্বৰ' লোৱা মাননিৰ ভাৰ,
কাক লাগে মান-ভাগ দীৰদাপে বাঢ়া আগ।
'লেখকৰ শিবিৰ'ত সম্প্ৰীতিৰ সম্মিলন,
বোলে 'আমি ভাই ভাই' যুধিষ্ঠিৰ-দুৰ্যোধন।
নাহিবা শকুনি মামা, জনগণ জনাৰ্দন,
দুঃশাসন, বিভাজন, নাই আজি প্ৰয়োজন।

ওলাই আহাঁ 'বেগৰংী', কইনা সজাই লৈ
ভিক্ষাপাত্র হাতত লৈ 'মহেশ্বৰ' আছে বৈ।
'গিৰিধৰে' দিব দান দীপলিপ কন্যাখানি
'চিৰচেনেহীৰ জয়' বোলা সবে ঐক্যবাণী।
'বিষয়ৰ বাছনি'ত তুলি আনা সুৱাগুৰি,
নকৰিবা বেছি বেলি, নাচি নাচি কুলাবুঢ়ী।
অনৰ্থক বহুপৰ বাটআগছোঁতে গ'ল,
কথাৰ সময় নাই, কামৰ সময় হ'ল।
মৰমী অসমী আই মনোৰমা বেশে সাজে,
নন্দী নাচে, ভৃঙ্গী নাচে, ডুম ডুম ডম্বৰু বাজে।
ভণে 'তপোবন'-কবি শুনা যত বুধজন,
সাহিত্যৰ ৰভাতলী, তাতে বিয়া আয়োজন।
জননীৰ মন্দিৰত, ভক্তিভাবে আঁঠু লোৱা,
বিভেদ-প্ৰভেদ এৰি একশৰণীয়া হোৱা।

---

**টোকা :** মঙলদৈত দ্বিতীয়বাৰ অনুষ্ঠিত অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনত পাঠ কৰা হৈছিল। ( ৯।২।৭৪ ) উল্লেখিত ব্যক্তিসকল : আনন্দচন্দ্ৰ আগৰৱালা ( প্ৰথম বাৰৰ সভাপতি ), কালিৰাম মেধি ( প্ৰথম বাৰৰ আদৰণী সভাৰ মুখ্য পৃষ্ঠপোষক ), ডঃ মহেশ্বৰ নেওগ ( সভাপতি ), গিৰিধৰ শৰ্মা ( বিদায়ী সভাপতি ), বাহাদুৰ বসুমাতাৰী ( আদৰণী সভাপতি ), ৰমেশ চহৰীয়া ( আদৰণী সম্পাদক ), লালনপ্ৰসাদ সিং (উদ্বোধক), পাণিগ্ৰাহী ( মুখ্যঅতিথি ), হৰেন্দ্ৰনাথ তালুকদাৰ ( প্ৰাক্তন শিক্ষামন্ত্ৰী, প্ৰদৰ্শনী উদ্বোধক ), নাৰায়ণ বেজবৰুৱা ( সংস্কৃতি সভাপতি ), ভৱানন্দ বাৰুখোৱা ( কবি-সন্মিলনাৰ সভাপতি ), সদানন্দ চলিহা ( বুৰঞ্জী-সভাপতি ), মুনীন বৰকটকী ( আলোচনা-চক্ৰৰ সভাপতি ), লক্ষ্মীনাথ ফুকন, শ্ৰীৰামচন্দ্ৰ দাস, তপেশ্বৰ শৰ্মা আৰু দীনেশ্বৰ শৰ্মা ( সম্বৰ্দ্ধিত চাৰিব্যক্তি )

# এটি শিশুৰ জন্ম হ'ল

: গুৱাহাটী পৌৰনিগমৰ প্ৰথম নিৰ্বাচন উপলক্ষে
১৫ ফেব্ৰুৱাৰী, ১৯৭৪ চন

( ১ )
পৌৰ মিগমৰ নিৰ্বাচন—
'ফেন্সি মেচ'ৰ আয়োজন।
ভোট-ভেটী, প্ৰীতি-ভোজ,
ক্ষমতাৰ চলে যুজ।

( ২ )
ৰাধাগোবিন্দৰ 'ক্লেভাৰ গেম্'
লক্ষ্যধৰৰ 'নিমিলা প্ৰেম,'
গোবিন্দৰামৰ 'গুড লাক্'
পেনাল্টী কিকত 'ছিছেম ফাক্'।

( ৩ )
'আনলাকি' সৰোজ, কপাল মন্দ,
কানে কান মাৰি গিৰীন পণ্ড।
বিশ্ব বাবাৰ বিবৃতি সাৰ,
পঁজাঘৰত হাহাকাৰ।

( ৪ )
পূজা-বিষায়াৰ ওখ জঁাপ,
'চিটী লিডাৰ' কাপ কাপ।
মিৰা-পাৰ্বতীৰ যুটীয়া লৰ,
মেখেলাখনেই অথন্তৰ।

( ৫ )
ৰিহাবাৰীত ভোটৰঙ্গ,
'এডহক নেতা'ৰ উৰুভঙ্গ।
ৰাধিকা গ'ল, কেশৱ ৰ'ল,
বলেন্দ্ৰই দেখালে বল।

( ৬ )

বৰকাকতীক মাৰিলে লেং,
দেৱান হ'ল চেৰপেটী বেং।
বেফাৰীয়ে শুনালে পাঠ,
এক ভোটত কিস্তি মাঠ।

( ৭ )

'হিপ হিপ হুৰে' গাই
নাগৰিক গুচি যায়।
নলা-খাল, আলিবাট,
উজুটিত ভাঙে দাঁত।

( ৮ )

বেপৰোৱা বেদখল
ৰাস্তাত মন্দিৰ হ'ল।
দীঘলীত মাছৰ খেতি,
সৌন্দৰ্য্যৰ চাটিফুটি।

( ৯ )

লুইতৰ বালিত 'ছেনিটাৰি'
হাৱা খোৱাত দিগদাবি।
ভেজালে মেলিছে ফেট,
মজুতদাৰৰ বৰপেট।

( ১০ )

ছাত্ৰৰ স্কুল খটি
মূল্যবৃদ্ধিৰ উৰ্দ্ধগতি।
হাস্পতালত ধৰ্মঘট,
ৰোগী কৰে ছটফট।



( ১১ )

ভোকাতুৰ জনগণ
লাল ঝাণ্ডা সনাতন।
বিক্ষোভৰ নাই অন্ত,
নিদ্ৰামগ্ন ভগৱন্ত।

( ১২ )

মহ-নগৰী মহানগৰী
পঠালিকোমোৰা ৰূপেশ্বৰী।
ৰাতি তিতে, দিনত শুকায়
পুলিচ আৰকাৰী থাকে চাই।

( ১৩ )

কৰ্মনাশা আগত লই
নিগমৰ জন্ম হয়।
দুই গোবিন্দৰ লীলা,
শিশুৱে শোভিলে কোলা।

( ১৪ )

শিশু তুমি নৱজাত
খাব পাবা দুধ-ভাত।
মেকান্দিৰা মইনা,
আনি দিম কইনা।

( ১৫ )

সুতিকাগাৰ অন্ধকাৰ,
শৰৎচন্দ্ৰ কৰা পাৰ।
ৰাজধানী দিছপুৰ,
শুনোৱা আশাৰ সুৰ। *

* উল্লেখিত ব্যক্তিসকললৈ শ্ৰদ্ধাৰে —লিখক

ঃ সমাপ্ত ঃ